# যুদ্ধোত্তৰ পৰিকল্পনা
# আৰু আসাম

প্ৰবোধ চন্দ্ৰ গোস্বামী

চপলা বুক ষ্টল
ছিলং

# যুদ্ধোত্তৰ পৰিকল্পনা আৰু অসম



লিখক

শ্ৰীপ্ৰবোধ চন্দ্ৰ গোস্বামী এম, এ; বি, টি
ছিলং




প্ৰকাশক

চপলা বুক ষ্টল
ছিলং

মূল্য ৸৹ আনা

# মূল নীতি

যুদ্ধ শেষ হবৰ বহুদিন হ'ল। সোণালী দিনৰ বাবে সকলোৱে অপেক্ষা কৰি বৈ আছে। সোণালী ভৱিষ্যতৰ বাবেই হয়তো বিজ্ঞ লোকসকলে নানা পৰিকল্পনাত ব্যস্ত। আমি তেনে বিজ্ঞ লোক নহয়। পৰিকল্পনা কৰিবলৈ যিখিনি সামৰ্থ আৰু জ্ঞানৰ দৰকাৰ—তাৰ একান্তই অভাৱ আমাৰ। তথাপিও মনে নেমানে। মনত চিন্তাৰ ঢৌ উঠে। তেনে ঢৌৰ আভাষ এটা দিবৰ প্ৰয়াস ইয়াত কৰা হৈছে। ই পৰিকল্পনা নিশ্চয় নহয় কিন্তু ইয়াৰ ফলত অন্ততঃ ইয়াৰ ভুলাবলাক শুধৰাই দিবলৈকে বিজ্ঞলোকে কলম লব বুলি আশা ৰাখি পৰিকল্পনা বুলি ইয়াকে ৰাইজৰ আগত ডাঙি ধৰিলো।

যি কোনো পৰিকল্পনাৰ উদ্দেশ্য প্ৰধানতঃ দুটা—(১) খোৱা লোৱা আদিৰ মানৰ উন্নতি; (২) কৰ্ম্ম সংস্থানৰ পূৰ্ণ ব্যৱস্থা। দেশৰ অৰ্থনৈতিক তাৰতম্যৰ বাবে এই উদ্দেশ্য দুয়োটাৰ ওপৰত জোৰো দেশ অনুযায়ী বেলেগ ধৰণে দিয়া হয়। যুক্ত ৰাষ্ট্ৰই হয়টো জোৰ দিব দ্বিতীয়টোৰ ওপৰত বেচি, ভাৰতবৰ্ষই হয়টো বেচি দিয়া উচিত প্ৰথমটোৰ ওপৰত। এই দুটাৰ যিটোৱেই উদ্দেশ্য নহওক নিয়মিত অৰ্থনীতি নহলে কোনোটো উদ্দেশ্যই সাধন হব নোৱাৰে। কৰ্ম্ম সংস্থানৰ পূৰ্ণ ব্যৱস্থা কৰাৰ আগতে কি হাৰত শিল্প, খেতি আৰু চাকৰিত দেশবাসীক নিযুক্ত কৰা যাব তাৰ স্পষ্ট জ্ঞান আমাৰ

থাকিব লাগিব। সেইদৰে জীৱিকাৰ মান বঢ়াবলৈ হলেও দেশৰ ভৌগলিক আৰু অৰ্থনৈতিক অৱস্থাৰ সম্পূৰ্ণ জ্ঞান আমাৰ দৰ্কাৰ। সবল দেহ ৰক্ষাৰ বাবে আমাৰ কেনে খাদ্য, কেনে কাপোৰ, কেনে বাসস্থান কেনে চিকিৎসা ব্যৱস্থা আদি হব লাগে, খাদ্যাদিৰ পৰিমান দেশত কিমান, আৰু সেই খাদ্যাদিৰ যি অনাটন গুচাবলৈ দেশৰ কোন ঠাইত কি দৰে ব্যৱস্থা লোৱাৰ দৰকাৰ—ইত্যাদি কথাৰ সম্যক জ্ঞান পৰিকল্পনা কৰোঁতাসকলৰ থাকিব লাগিব। এই জ্ঞান নাথাকিলে যি কোনো পৰিকল্পনাই—খেতিবাতিৰ পৰিকল্পনাই হওক, শিল্পাদিৰ পৰিকল্পনাই হওক কনাৰ ফৰমুটিৰ দৰে হব। দেশৰ কিমান মানুহ খেতিবাতিত নিযুক্ত থকা উচিত, কিমান শিল্পাদিত, কিমান চিকিৎসাদিত ইত্যাদি কথা নজনাকৈ দেশৰ মানুহক খেতি বাতি শিল্প চিকিৎসা আদিত কি হাৰে শিক্ষা দিয়াৰ আৱশ্যক সেই কথা আমি জানিব নোৱাৰোঁ। এই কথা নাজানিলে কোন ঠাইত আৰু কিমান খেতি আদি বিষয়ক বেলেগ বেলেগ শিক্ষানুষ্ঠান গঢ়াৰ দৰকাৰ, তাৰো বিষয়ে আমি অজ্ঞ থাকিব লগাত পৰো।

যি কোনো পৰিকল্পনাতে ওপৰৰ কথাখিনিৰ বাহিৰেও আমি আৰু দুটা কথালৈ সদায় মন কৰা উচিত (১) বেলেগ বেলেগ পৰিকল্পনাৰ মাজত ওচৰ সম্পৰ্ক স্থাপন (২) পৰিকল্পনাবোৰ কাৰ্য্যত খটাবলৈ কৰা সংগঠন।

বেলেগ বেলেগ পৰিকল্পনাৰ মাজত নিগুঢ় সম্পৰ্ক স্থাপন কৰিব নোৱাৰিলে দেশত উপকাৰতকৈ অপকাৰ বেচি হব পাৰে। আলি বাট আদি বন্ধা পৰিকল্পনাৰ লগত জলনিষ্কাশন ( Drainage ) আৰু প্লাৱন ( irigation ) আদিৰ সম্পৰ্ক নহলে, ন ন আলিবাট বন্ধাৰ লগে লগে দেশত বানপানীৰ হাহাকাৰ হোৱাও একো আচৰিত নহয়। পৰিকল্পনাবোৰ কাৰ্য্যত খটাবলৈ কৰা অনুষ্ঠানবোৰৰ গঠনো উপযুক্ত

হব লাগিব । সেই অনুষ্ঠানবোৰ যিমান পৰা যায় বেকেন্দ্ৰিক গণ-তন্ত্ৰৰ নীতিত গঢ়ি উঠা উচিত । এনে নহলে এই অনুষ্ঠানবোৰৰ পৰা গাৱঁবাসীৰ উপকাৰ হোৱাৰ আশা খুব কম ।

মুঠতে দেখা যায় যে ওপৰৰ নীতিবোৰৰ মতে কোনো পৰিকল্পনা হলে সেই পৰিকল্পনাৰ বাবে বিশেষ সমিতি এটা লাগে সেই সমিতিৰ পৰিদৰ্শনত নিয়মিত জৰীপ কৰাৰ পাচত সেই সমিতয়ে দেশৰ অভাৱ অনাটন অনুযায়ী আৰু ওপৰৰ নীতিবোৰ মানি এটা সম্পূৰ্ণ পৰিকল্পনাৰ আচনি কৰিব । সেই আচনি পৰিবৰ্ত্তনৰ বাবে সমালোচনাৰ বাবে বিশেষজ্ঞ, চৰকাৰী বিভাগ আৰু ৰাইজৰ মত আহ্বান কৰিব । সেই সমালোচনা আদিৰ উপযুক্ত মূল্য দি বিশেষ সমিতিখনে আগৰ আচনিটোৰ দৰকাৰী পৰিবৰ্ত্তন কৰিব । তাৰ পাচত এই পৰিবৰ্ত্তিত আচনি আইন সভাৰ বিশেষ কমিটিৰ দ্বাৰাই পৰীক্ষা কৰোৱাই আইন সভাত মঞ্জুৰ কৰাই লৈ কাৰ্য্যত ঘটোৱা যাব । যি কোনো পৰিকল্পনাকে ওপৰৰ পদ্ধতিত গঢ়ি নুতুলিলে সি সম্পূৰ্ণ আৰু গণ-তান্ত্ৰিক পৰিকল্পনা কেতিয়াও হব নোৱাৰে । যি পৰিকল্পনাৰ কৃত কাৰ্য্যতা, ৰাইজৰ সহযোগীতাৰ ওপৰত নিৰ্ভৰ কৰে সেই পৰিকল্পনাৰ বিষয় ৰাইজক অজ্ঞ ৰখাৰ নিচিনা নিবুৰ্দ্ধিতা আৰু একো হব নোৱাৰে ।

ওপৰৰ নীতিত পৰিকল্পনাৰ কাম কৰিব খুজিলে অতি শীঘ্ৰে পৰিকল্পনা কৰিবলৈ এটা বিশেষ সমিতি স্থাপন হোৱা উচিত । এই সমিতিৰ সম্পাদক আৰু অন্যান্য সভ্য প্ৰাদেশিক লোক হোৱা উচিত । প্ৰদেশৰ আৰ্থিক, সামাজিক আৰু ভৌগলিক অৱস্থাৰ লগত নিগূঢ় ভাবে পৰিচিত নহলে, আৰু প্ৰদেশৰ মঙ্গলৰ বাবে দেশ প্ৰেমত উদ্বুদ্ধ নহলে কোনেও পৰিকল্পনা সুচাৰু ৰূপে কৰিব নোৱাৰে ।

দ্বিতীয়তে এই সমিতিৰ দ্বাৰা এটা সুচিন্তিত পৰিকল্পনা গঠিত কৰা উচিত হব। বিভাগীয় কৰ্তাসকলৰ পৰা কিছুমান আচনি আনি সেই আচনি বিলাকৰ এটা চুম্বক তৈয়াৰ কৰি তাকেই যুদ্ধোত্তৰ পৰিকল্পনা বুলি ডাঙি ধৰা নিয়ম বাদ দিব লাগিব।

তৃতীয়তে এইদৰে বিশেষ সমিতিৰ দ্বাৰা গঠিত পৰিকল্পনাৰ মূল উদ্দেশ্য হব লাগিব খোৱালোৱাৰ মান বৃদ্ধি, যুদ্ধৰ পৰা ওভোটালোকৰ কৰ্ম্ম সংস্থানৰ ব্যৱস্থা কৰা এই পৰিকল্পনাৰ মূল উদ্দেশ্য কেতিয়াও হব নোৱাৰে। তেনে উদ্দেশ্য পূৰণৰ অৰ্থে আমাৰ মনেৰে ততাতৈয়া কৰি কিম্ভূত কিমাকাৰ পৰিকল্পনা কৰাৰো কোনো আৱশ্যক নাই।

আমি অৱশ্যে নজনা নহয় যে দেশৰ সকলো লোকেই কৰ্ম্মত নিযুক্ত থকাতো দেশৰ মঙ্গলৰ কাৰণেই নিতান্ত আৱশ্যক। কিন্তু লগতে আমি এইটোও জানো যে সেই কৰ্ম্ম সংস্থানৰ ব্যৱস্থাও দেশৰ বৃহৎ স্বাৰ্থৰ লগত সংযুক্ত থাকিব লাগিব।

"দৈনিক অসমীয়া"

৮।৪ ৪৬

---

# খেতি বাতি

অসমৰ তথা ভাৰতৰ সকলোতকৈ ডাঙৰ সমস্যা হৈছে কেনেকৈ দেশৰ খোৱা লোৱা আদিৰ মানৰ উন্নতি কৰিব পাৰি। দেশত এটা চেনিকল, এটা কাপোৰৰ কল, এটা মৰাপাটৰ কল, এটা কাগজৰ কল ইত্যাদি ইত্যাদি কেইটামান কল খুলিলেই এই মান বৃদ্ধিৰ আশা আছে বুলি ভাবিবলৈ আমি টান পাওঁ।

এনেদৰে কল খোলাৰ পৰা কিছুলোকৰ নিশ্চয় কৰ্ম্ম সংস্থান হব, তাত সন্দেহ নাই। সেইলোক সকলৰ খোৱা লোৱাৰ মানো বৃদ্ধি পাব। সেই কল আদিৰ লাভৰ এটা অংশৰে হয়তো চৰকাৰে দেশহিতকৰ কিছু কামো কৰিব পাৰিব। কিন্তু সেইবোৰৰ পৰা সমূহ ৰাইজৰ জীৱন যাত্ৰাৰ মান বঢ়াতো প্ৰায় অসম্ভৱ। সমূহ ৰাইজৰ জীৱন যাত্ৰাৰ মান বঢ়াব খুজিলে দেশতে খাদ্য দ্ৰব্য আৰু অন্যান্য অৰ্থকৰী দ্ৰব্য প্ৰচুৰ পৰিমানে জন্মাব লাগিব।

অসমতে জাতীয় পৰিকল্পনা কমিটিয়ে এই উদ্দেশ্যে পোন্ধৰটা উপদেশ দিছে। এই পোন্ধৰটা উপদেশ কাৰ্য্যকৰী কৰিব পাৰিলে দেশত খাদ্যাদিৰ অভাৱ কমিব বুলি আশা কৰিব পাৰি। এই উপদেশ সমূহৰ কেইটামান অসমৰ লগত খাপ খুৱাবৰ অৰ্থে তলত লিখা দৰে প্ৰকাশ কৰা হল।

১। আমাৰ দেশত বহুত নহলেও কিছু মাটি চন পৰি আছে। উপযুক্ত ব্যৱস্থাৰ সহায়ত আমি সেই ঠাইবোৰত খেতি কৰিব পাৰো। ইয়াতে এটা কথা মন কৰিব লগীয়া। আমাৰ প্ৰায় সকলো গাওঁতে গৰু ছাগলী ৰাখিবৰ বাবে কোনো পথাৰ নাই। ফলত আমাৰ দেশত গাখীৰৰ মহাৰ্ঘ পৰিছে। অথচ গাখীৰ সুস্থদেহ আৰু মনৰ বাবে প্ৰধান লাগতীয়াল খাদ্য। ইয়াৰ বাবে অন্যান্য চেষ্টা কৰাৰ উপৰিও প্ৰত্যেক দহ বাৰ মাইল অন্তৰে অন্তৰে গৰু আদি চৰাবৰ বাবে ঘাঁহনি পথাৰৰ বিশেষ বন্দোবস্তৰ আৱশ্যক। দহ বাৰ মাইল দুৰত এনে পথাৰ হলে গৰু চৰাবলৈ কোনো কোনো ঠাইৰ পৰা পাছ ছয় মাইল যাব লাগিব। ইমান দুৰৰ পৰা গৈ গৰু চৰোৱা বৰ সহজ কথা নহয়। সেই দেখি আমি দহ বাৰ মাইলতকৈ দুৰত ঘাঁহনি পথাৰ ৰাখিবলৈ কব নোৱাৰো দহ বাৰ মাইল অন্তৰে নহলেও পোন্ধৰ ষোল মাইল অন্তৰে অন্তৰে খৰিৰ বাবে হাবিৰো উপযুক্ত বিধান থকা উচিত।

ভাৰতবৰ্ষত যি কয়লা আছে সেই কয়লাৰে দেশত শিল্পাদি কাৰখানা হোৱাৰ পাছত আমাৰ মাত্ৰে কুৰি বছৰ মানহে চলিব । হাইড্ৰো ইলেকট্ৰিচিটিৰ সম্ভাৱনা আছে সচা ; কিন্তু সেই সময় এতিয়াও বহুত দূৰত । অন্যান্য কাৰণতো হাবি ৰখাৰ আৱশ্যকতা আছে । হাবি থাকিলে দেশত বৰষুণ বাঢ়ে, মাটি খহি পৰাত বাধা দিয়ে, দেশত উন্নত ধৰণৰ ঘৰ আদি বান্ধিবলৈ সুচল হয় । ইকৰা, খেৰ আদি জন্মাবৰ বাবেও আমাক মাটি লাগে । এই সকলোৰে বাবে মাটি বন্দোবস্ত কৰাৰ পাছতহে আমাৰ দেশত চন পৰি থকা মাটি আছে নে নাই জনা যাব । এই উদ্দেশ্য জৰীপ কৰাৰ পাছত হয়তো দেখা যাব যে (অলপতে প্ৰধান মন্ত্ৰীয়ে কোৱা দৰে) —কেৱল ব্ৰহ্মপুত্ৰ ওপৰত আৰু পাহাৰবোৰতহে চন পৰা মাটি আছে । স্বাভাবিকতে এই ঠাইবোৰলৈ মানুহ আহিবলৈ ইচ্ছা নকৰিব । জন বহুল ঠাইবোৰৰ পৰা সেই ঠাইলৈ লোক আনিবলৈ হলে চৰকাৰৰ আৰ্থিক সহায়ৰ দৰ্কাৰ হব পাৰে । ধান আদি খেতিৰ বাবে ব্ৰহ্মপুত্ৰৰ ওপৰৰ ঠাইবোৰত উপযুক্ত জলসিঞ্চনৰ ( Drainage ) ব্যৱস্থা চৰকাৰে কৰা উচিত হব । চৰকাৰে আৰ্থিক সাহায্য কৰিলে পাহাৰী ঠাইবোৰত আনাৰস, কমলা, আলু, কবি আদিৰ সমবায় ফাৰ্ম্ম সহজে গঢ়ি উঠিব ।

এইখিনিতে আন এটা সমস্যাই দেখা দিয়ে । আমাৰ পাহাৰী জাতিবোৰৰ ভৈয়ামৰ মানুহবোৰৰ প্ৰতি বিদ্বেষৰ ভাৱ আছে । সেই বিদ্বেষৰ মূলত তেওঁলোকৰ ঠাইলৈ ভৈয়ামৰ মানুহবোৰৰ "অনধিকাৰ" প্ৰবেশ । অথচ ওপৰৰ নীতি অনুসাৰে কাম কৰিলে ভৈয়ামৰ মানুহেৰে পাহাৰ ভৰি পৰাত বেচি দিন নালাগিব । ফলত এই বিদ্বেষ বাঢ়িহে যাব । এই সমস্যা সমাধান কৰিবলৈ হলে দেশৰ ৰাজনৈতিক পুৰুষসকল অসীম সহানুভূতিশীল আৰু বুধিয়ক হব লাগিব । পাহাৰীলোকসকলক ওপৰৰ ফাৰ্ম্মবিলাকৰ এটা অংশ

দিলে হয়তো বিদ্বেষ কিছু পৰিমানে কমিব পাৰে। এই উদ্দেশ্যে পাহাৰী জাতিৰ কৃষ্টিৰ লগত ভৈয়ামৰ লোকসকলৰো সহযোগো নিতান্তই আৱশ্যক। খৃষ্টান মিছনাৰীসকলৰ অভিজ্ঞতা আৰু কৌশলৰ পৰাও আমি এই বিষয় বহুত শিকিব পাৰোঁ।

(২) জল প্লাবনৰ ( Irrigation ) উপযুক্ত বন্দোবস্তৰ পৰাও খেতি বঢ়াব পাৰি। অৱশ্যে বৃষ্টি বহুল অসমত জল প্লাবনতকৈও জলসিঞ্চনৰ ( Drainage ) সমস্যাহে বেছি। জলসিঞ্চনৰ উপযুক্ত ব্যৱস্থা নথকা বাবেই অসমৰ আম আদি ফলৰ গুৰিত পানী জমে, ঠাই লেতেৰা হয় আৰু লাভত সেইবোৰত পোকে ধৰে। পানী উঠা বাবেই কুঁহিয়াৰ, সৰিয়হ আদিৰ খেতি বহু ঠাইত কৰিব নোৱাৰি। অসমৰ বেচিভাগ ঠাইতে, বাৰিষাৰ শাক পাচলীৰ খেতি ভাল নহয়। খৰালিও মাটি জেকা হৈ থকা বাবত কবি আদিৰ আগতীয়া খেতি হৈ নুঠে। জেকা ঠাইত বাস কৰাৰ ফলত স্বাস্থ্য ভঙ্গতো হয়েই। সেয়ে অসমত জলসিঞ্চনৰ ( Drainage ৰ ) বৱস্থা জল প্লাবনৰ আগত স্থান পোৱা উচিত। কিন্তু সেইবুলি আমি জলপ্লাৱনৰ কথাও পাহৰিব নোৱাৰোঁ। অসমত বৰষুণ যথেষ্ট হয় সচঁ; কিন্তু সেই বৰষুণ নিয়মিত ভাৱে নপৰে—যি সময়ত হয়তো বৰষুণৰ দৰকাৰ, সেই সময়ত বৰষুণৰ নাম গোন্ধেই নাই। পৰীক্ষা কৰি পোৱা গৈছে যে জলপ্লাৱনৰ নিয়মিত ব্যৱস্থা থাকিলে যি কোনো ঠাইতে শস্য অন্ততঃ শতকৰা পঞ্চাছ ভাগ বাঢ়ে। জল সিঞ্চন আৰু জলপ্লাবনৰ বাবে খাল নৰ্দ্দমা আদি কৰিলে সেইবোৰৰ কাষত তুলি দিয়া বান্ধবোৰক আমি আলিবাট হিচাবেও ব্যৱহাৰ কৰিব পাৰো। লাভত দেশত যাতয়াতৰো যথেষ্ট উন্নতি হব। খাল আৰু নৰ্দ্দমাবোৰত মাছ জীয়াই দেশত মাছৰো অভাৱ মাৰিব পাৰি।

(৩) ভাৰতবৰ্ষ পুৰণি দেশ। ইয়াৰ মাটিত হাজাৰ হাজাৰ বছৰ ধৰি খেতি চলি আছে। ফলত মাটিত সাৰ দিব

নোৱাৰিলে উন্নত ধৰণৰ কল' কৰজাৰে খেতি কৰিলেও আমাৰ বিশেষ লাভ নহ্‌ব বৰং লোকচানহে হ্‌ব। এনেদৰে খেতি কৰিলে প্ৰথম দুই এবচৰ শস্য বাঢ়িলেও, কেই বছৰ মান পাছতে মাটিৰ সাৰ একেবাৰ নাইকিয়া হৈ শস্য একেবাৰে নজন্মা হ্‌ব। অৱশ্যে কল কৰজা ব্যৱহাৰ কৰিব পৰা (কোনো দিনে খেতি নকৰা) ঠাঁই অসমত একেবাৰে নোহোৱা নহয়। কিন্তু তেনে মাটি অসমত নিচেই কম: বেছি ভাগ মাটিয়েই সাৰহীন। উপযুক্ত জলপ্লাবন আৰু সিঞ্চনৰ ব্যৱস্থা হলে বিধ বিধ খেতিৰ (Rotation of Crops ৰ) প্ৰচলন কৰিব পৰা যাব আৰু ফলত মাটিত সাৰ বাঢ়িব। এইদৰে মাটিত সাৰ বঢ়োৱাৰ উপৰিও হাঁহ, কুকুৰা ভেৰা, গৰু আদি পথাৰত ৰখাৰ (Mixed farming) ব্যৱস্থাৰ পৰাও মাটিত সাৰ বাঢ়ে। তাৰপৰা দেশত কণী, মাংস, উল আদিৰ অভাবো বহুত কমে। এই ব্যৱস্থাৰ বাহিৰেও অসমৰ মাটি অনুযায়ী সাৰ তৈয়াৰ আৰু সাৰ বিতৰণ হোৱা উচিত। পানী মেতেকা আদিৰ পৰা প্ৰায় বিনা খৰছে অতি উত্তম সাৰ তৈয়াৰ কৰিব পাৰি।

৪। আমাৰ দেশৰ নানা শস্যৰ বিধান বোৰৰ দিন দিন অধোন্নতি হব ধৰিছে। সেই শস্যবোৰৰ ভাল বিধান চৰকাৰে অতি সোনকালে বিতৰণ নকৰিলে দেশত দিন দিন শস্য কমি যাব বুলি সন্দেহ হয়। শস্যৰ জাত ভাল কৰাৰ যেনে প্ৰয়োজন, ফল মূলৰ জাতো ভাল কৰাৰ তেনে প্ৰয়োজন। আমাৰ আমবোৰ টেঙা, অমিতাবোৰ সৰু আৰু কম মিঠা, ডালিমবোৰ গুটিৰে ভৰা এই বোৰ এনে হোৱাৰ প্ৰধান কাৰণ এয়ে যে সেইবোৰ আমি গুটিৰ পৰা জন্মাওঁ। গুটিৰ পৰা নজন্মাই কলম দি জন্মালে ফলৰ জাত দিন দিন ভাল হব বুলি আশা কৰিব পাৰি। আম আদিৰ ভাল বিধান কৰিব পাৰিলে দেশৰ অজস্ৰ টকা দেশতে ৰৈ যোৱাটো একেবাৰে নিশ্চিত কথা।

৫। সাৰৰ উপযুক্ত ব্যৱস্থা কৰিব পাৰিলে আৰু লগে লগে দকৈ হালবোৱাৰ ব্যৱস্থা হলে মাটিত শস্যৰ পৰিমান বহুত গুণে বৃদ্ধি পাব। দকৈ হাল নানা ৰকমে বব পাৰি। ট্ৰ্যাক্টৰ আদিৰ প্ৰচলন কৰিলে নাইবা উন্নত ধৰণৰ হাল ব্যৱহাৰ কৰিলেও শস্য বাঢ়ে। ট্ৰ্যাক্টৰ আদিৰ প্ৰচলনৰ বাবে বিৰাট আকাৰৰ সমবায় ফাৰ্মৰ দৰ্কাৰ। বংশবৃদ্ধিৰ লগে লগে মাটিৰ বিভাগ বন্ধ কৰিব পাৰা আইনবো হয়তো আৱশ্যক হব পাৰে। উন্নত ধৰণৰ হাল ব্যৱহাৰ কৰিবলৈ হলে স্বাস্থ্যবান গৰু বা মহ লাগে। ঘোৰাৰে হাল বোৱা প্ৰচলন কৰিব পাৰিলেতো কথাই নাই। উপযুক্ত গৰুৰ বংশ বৃদ্ধিৰ বাবে ‘ষ্টাড বুলৰ” বন্দোবস্ত কৰিব পাৰি। গাই গৰু বিলাকে যাতে “ষ্টাড বুল”ৰ লগতহে পাল চৰে তাৰ সুব্যৱস্থা কৰিব নোৱাৰিলে অকল “ষ্টাড বুল” প্ৰচলনৰ পৰা ভাল জাতৰ গৰু বৃদ্ধিৰ আশা খুব কম। সবল গৰুৰ বাবে ঠায়ে ঠায়ে ঘাইঁৰ ব্যৱস্থাও একান্ত প্ৰয়োজন। এইবোৰ ব্যৱস্থা কৰিলে গাই গৰু বিলাকো উন্নত হৈ আহিব আৰু দেশত গাখীৰৰ অভাৱ মৰিব।

৬। নানা পোক পতঙ্গ ধ্বংস কৰাৰ, বানপানী আদিত মাটি খহি যোৱা বন্ধ কৰাৰ, উপযুক্ত পৰিমানে শস্য জমা ৰখাৰ (Storing), শস্য ভাল জাত বেয়া জাত অনুসাৰে ভাগ কৰাৰ ( Grading ) শস্য উপযুক্ত দামত বিক্ৰি কৰাৰ (Marketing), অকামী ( unproductive ) ধাৰ কমোৱাৰ, খাজনা আৰু শস্যৰ পৰিমানৰ ন্যায়সঙ্গত সম্পৰ্ক স্থাপন কৰাৰ ইত্যাদি নানা ব্যৱস্থা কৰিও দেশত শস্য বঢ়াব পাৰি। নানা শিল্পৰ বাবে দৰ্কাৰী শস্য যাতে নিৰ্দ্ধাৰিত পৰিমানেহে জন্মোৱা যায় তাৰ বাবেও চৰকাৰে চকু দিয়া উচিত। তেনে নকৰাৰ বাবেই যে বঙ্গদেশত খেতিয়ক সকলে মৰাপাটৰ উপযুক্ত মূল্য নাপায়, তাক সকলোৱে জানে।

গৰু, মহ, গাৰ আদি কিনিবলৈ, পানীৰ নিয়মিত ব্যৱস্থাৰ বাবে নৰ্দমা আদি কাটিবলৈ, পথাৰত বেৰ আদি দিবলৈ ইত্যাদি নানা কাৰণত কম সুদত বা বিনা সুদতে ধাৰ পোৱাৰ ব্যৱস্থাও প্ৰত্যেক গাৱঁতে হোৱা নিতান্তই উচিত।

(৭) জাতীয় পৰিকল্পনাত উল্লেখ নকৰিলেও আৰু এটা কথালৈ আমি মন দিয়া উচিত: আমাৰ পথাৰবোৰত উপযুক্ত বেৰা নথকা বাবে বহু খেতি আমি কৰিব নোৱাৰো। পথাৰত উপযুক্ত বেৰা দিয়াৰ প্ৰধান অন্তৰায় খেতিয়কসকলৰ তেনে বেৰা দিবলৈ অৰ্থৰ অভাৱ। পথাৰত স্থায়ী ভাবৰ বেৰা চৰকাৰে কৰি দিলে আলু, কবি, বেঙেনা, সৰিয়হ মাহ, মুগ, বুট, কুহিয়াৰ আদিৰ খেতিৰে দেশ নদন বদন হব বুলি আশা কৰিব পাৰি। আমাৰ দেশত নানাবিধ খেতি হোৱাটো নিতান্তই প্ৰয়োজন। এনে খেতি নোহোৱা বাবেই খেতিয়কসকলৰ আৰ্থিক অৱস্থা দুখ লগা। খেতিয়কসকলৰ আৰ্থিক অৱস্থা স্বচ্ছল কৰিবলৈ হলে অকল ধান খেতিৰ ওপৰতেই নিৰ্ভৰ কৰিলে নচলিব। তাৰ বাবে অৰ্থকৰী খেতিৰ (Moneycrops) যেনে কুঁহিয়াৰ, সৰিয়হ মৰাপাট কপাহ আদি খেতিৰ বৃদ্ধি অতি সোনকালে হোৱা উচিত।

জাতীয় পৰিকল্পনাৰ এই উপদেশ কেইটা কাৰ্য্যত পৰিণত কৰিবলৈ হলে আমি কেইটিমান কথা মনত ৰখা উচিত।

প্ৰথমতে এই পৰিকল্পনা কাৰ্য্যত পৰিণত কৰিবলৈ আমাক যে অৰ্থৰ দৰ্কাৰ তেনে নহয়; উপযুক্ত, নিস্বাৰ্থ, অক্লান্ত কৰ্ম্মীবো দৰ্কাৰ। চৰকাৰী বিভাগ কেইটিমান খুলিলেই কোনো পৰিকল্পনাকে কাৰ্য্যত পৰিণত কৰিব নোৱাৰি। ৰুচীয়াৰ পৰিকল্পনাবোৰ কৃতকাৰ্য্য হোৱাৰ মূলত চৰকাৰী কৰ্ম্মচাৰী নহয়; বলচেভিক পাৰ্টিৰ অক্লান্ত কৰ্ম্মীসকলেহে। জাতীয় পৰিকল্পনাবোৰ কাৰ্য্যত খটুৱাবলৈ, অৰ্থদি বিতৰণ কৰিবলৈ সমবায় নীতিত আমি কিছুমান অনুষ্ঠান গঢ়ি

তুলিব লাগিব। এইবোৰত অক্লান্ত দেশ কৰ্ম্মী থাকিব লাগিব। চৰকাৰী সমবায় বিভাগত কেইটিমান চাকৰী বঢ়াই দিলেই দেশৰ উপকাৰ হব বুলি বা দেশৰ টকা উপযুক্ত ভাবে খৰছ হোৱা বুলি ভবাটো নিতান্তই অনভিজ্ঞতাৰ চিহ্ন।

দ্বিতীয়তে অসমৰ বস্তু অনুযায়ী খেতি কৰিব খুজিলে অসমৰ মাটি, জলবায়ু আদিৰ বিষয় উপযুক্ত স্থল আৰু কৰ্ম্মীৰ দৰকাৰ। তেনে গবেষণা চলে অসমৰ বৃষ্টি ছায়া (Rain Shadow area) ঠাইবোৰ হয়তো কপাহ আদিৰ খেতিৰ বাবে উপযুক্ত স্থান বুলি বিবেচিত হব পাৰে। অসমত কপাহ খেতিৰ প্ৰধান অন্তৰায় এয়ে যে কপাহ ফাটিবৰ সময়ত বৰষুণ হৈ কপাহবোৰ নষ্ট কৰি পেলায়। বেলেগ জাতৰ কপাহৰ সৃষ্টি কৰি হয়তো কপাহৰ ফটা কাল বছৰৰ অন্য সময়ত পেলাব পাৰি। গমধানৰ জাত বদলি কৰিব পৰা হেতুকেই যে শীত প্ৰধান উত্তৰ কচীয়াত আৰু কানাদাত গমধানৰ খেতি সম্ভৱপৰ হৈছে সেই কথা আমি জানো। এনেদৰে গবেষণা কৰিব পৰা আৰ্থিক শক্তি অসমৰ এতিয়া নাই। ওপৰত দিয়া জাতীয় পৰিকল্পনাৰ উপদেশ কেইটা কাৰ্য্যকৰী কৰোতেই হয়তো আমাৰ সকলো অৰ্থ খৰছ হব। দেশৰ অৱস্থা টনকিয়াল হৈ উঠাৰ লগে লগেহে হয়তো গবেষণাগাৰ, কৃষি সম্বন্ধীয় স্কুল-কলেজ আদি স্থাপন সম্ভৱপৰ হব পাৰে। তথাপিও ক. খৰছতে অসমৰ মাটি আদি সম্বন্ধে গবেষণা আমাৰ কলেজ আৰু ফাৰ্ম্মবোৰত অতি সহজে কিছু আৰম্ভ কৰিব পাৰোঁ।

তৃতীয়তে খেতি বাতিৰ পৰিকল্পনাৰ লগত অন্যান্য পৰিকল্পনাৰ নিগুঢ় সম্পৰ্ক স্থাপন হব লাগিব। জলসিঞ্চন, জলপ্লাৱন, শস্য ক্ৰয় বা বিক্ৰি, স্কুল আৰু আস্পাতাল স্থাপন আৰু পৰিকল্পনা কাৰ্য্যকৰী কৰাৰ বাবেহে আলিবাট আদিৰ পৰিকল্পনা হোৱা উচিত। যুদ্ধৰ পৰা ওলোটা সৈনিকসকলৰ কৰ্ম্মসংস্থানৰ বাবে

হুতাতয়াকৈ আলিবাট আদি বন্ধা পৰিকল্পনাত হাত দিয়া উচিত নহব। তাৰ আগেয়ে দেশৰ শস্য আৰু শিল্প বঢ়াবলৈ কৰা ব্যৱস্থা, সেই শস্য উৎপাদন কৰোতাসকলৰ উপযুক্ত স্বাস্থ্যোন্নতিৰ ব্যৱস্থা আৰু সেই লোকসকলৰ পৰা শস্যাদি বঢ়াবলৈ শিকোৱা শিক্ষাৰ ব্যৱস্থাতহে আমি সৰ্ব্বপ্ৰথম হাত দিয়া উচিত। ইয়াৰ যেই সেই এটা পৰিকল্পনাকে সম্পূৰ্ণ কৰিবলৈ আমাৰ টকাৰ অভাৱ। এনেস্থলত ভাৰতৰ বৰ্ত্তমান ৰাজনৈতিক, সমাজনৈতিক আৰু অৰ্থ-নৈতিক ব্যৱস্থাত নিৰৰ্থক আন কিছুমান পৰিকল্পনাত আমি হাত দিয়াটো নিতান্তই অযুক্তিকৰ। আলিবাট আদিৰ পৰিকল্পনা কাৰ্য্যকৰী কৰিলেই কৰ্ম্ম সংস্থানৰ চিৰস্থায়ী বন্দোবস্ত কৰা নহয়। নাজী জাৰ্ম্মানীৰ পৰিকল্পনাবোৰ এনে ক্ষণস্থায়ী কৰ্ম্মসংস্থানৰ বাবে হোৱা কাৰণেই নাজী জাৰ্ম্মানী যুদ্ধত নামিবলৈ বাধ্য হৈছিল। যুৰঙ্গীৰ এই আধুনিকতম শিক্ষা ইনান সোনকালে আমাৰ যুদ্ধোত্তৰ পৰিকল্পনাৰ কৰ্ত্তাসকলে আশা কৰো পাহৰা নাই।

---

# শিল্প

ভাৰতৰ বৰ্ত্তমান পৰিস্থিতিত যি কোনো অৰ্থনৈতিক পৰি-কল্পনাৰে উদ্দেশ্য হোৱা উচিত জীৱন যাত্ৰাৰ মান বৃদ্ধি। এই মান বৃদ্ধি অৰ্থাৎ আমি বুজোঁ৷ সুস্থ দেহ আৰু মনৰ বাবে উপযুক্ত খাদ্যৰ সংস্থান, কাপোৰৰ সংস্থান, বাসস্থানৰ সংস্থান, চিকিৎসাৰ সংস্থান, সাংস্কৃতিক জীৱনৰ বাবে আজৰি সময়ৰ আৰু অনুষ্ঠানৰ সংস্থান। এইবিলাক সংস্থানৰ বাবে যথেষ্ট পৰিমানে খাদ্যাদি কৃষিজাত দ্ৰব্য উৎপন্ন হোৱাৰ উপৰিও নানা শিল্পানুষ্ঠানৰ একান্তই প্ৰয়োজন। আমাৰ অতি আৱশ্যকীয় বস্তুৰ বাবেই যে শিল্পানুষ্ঠানৰ

দৰকাৰ তেনে নহয়, খেতি কৰা মাটিৰ ওপৰত আমাৰ কাৰ্য্যক্ষম লোকসকলৰ যি হেঁচা পৰিছে সেই হেঁচা কমাবলৈ ও নানা শিল্পানুষ্ঠানৰ আৱশ্যক হৈ উঠিছে। বছৰি বছৰি আমাৰ লোক সংখ্যা বাঢ়ি যাব ধৰিছে। কিন্তু সেই বাঢ়ি যোৱা লোকসকলৰ কাৰণে দেশত উপযুক্ত কৰ্ম্ম সংস্থানৰ ব্যৱস্থা নাই। সেয়ে এই লোকসকলে মাটি বাৰিৰ নতুন ভাগ বাটোৱাৰা কৰি কৃষি কৰ্ম্মত লাগি যাবলৈ বাধ্য হৈছে। মাটিৰ এনে ক্ষুদ্ৰানুক্ষুদ্ৰ বিভাগত উপযুক্ত ধৰণে খেতি কৰা একেবাৰে অসম্ভৱ। মাটিৰ এনে বিভাগ বন্ধ কৰিবলৈ হলে অসংখ্য শিল্পানুষ্ঠানৰ দৰ্কাৰ হৈ পৰিছে। ইপিনে এনে ধৰণৰ শিল্পানুষ্ঠান হলেহে খেতিয়ক আদিয়ে সাঁচিবলৈ সক্ষম হব। তেওঁলোকৰ সাঁচিবলৈ 'সক্ষমতা নথকা' বাবেই দেশত দুৰ্ভিক্ষ আদিৰ হেচা ইমান তীব্ৰতৰ হৈ উঠে আৰু বৰ্ত্তমান বিজ্ঞানোপযোগী বিৰাট নানা জাতীয় পৰিকল্পনাত হাত দিয়াত ইমান বাধা জন্মে।

শিল্পানুষ্ঠানৰ কথা ওলালে বহুতে কয় যে অসমত এটা মৰাপাটৰ কল, এটা চেনিৰ কল, এটা কাগজৰ কল, এটা কাপোৰৰ কল চৰকাৰে অতি শীঘ্ৰে খোলা উচিত। আমাৰ মনেৰে চৰকাৰে এই ধৰণৰ শিল্পানুষ্ঠানত হাত দিয়াৰ আগতে কুটীৰ শিল্পৰ বাবেহে যত্ন কৰা উচিত। আমাৰ এনে ধাৰণাৰ মূলত আছে কেবাটাও কাৰণ। প্ৰথমতে এনে ধৰণৰ কেইটামান কল খোলাৰ পৰা মাটিৰ ওপৰত যি হেচা পৰিছে সেই হেচা কমাৰ আশা খুব কম। এনে কল খোলাৰ পৰা সাধাৰণ লোকসকলৰ জীৱন যাত্ৰাৰ মানও বৰ বেচি নাবাঢ়ে। দ্বিতীয়তে— যি হেতুকে দেশত সম্পূৰ্ণ সমাজতন্ত্ৰৰ প্ৰচলন এতিয়াও হোৱা নাই, সেই হেতুকে মাত্ৰ কেইটামান দ্বিতীয় স্তৰৰ (secondary) শিল্প ৰাষ্ট্ৰীয় কৰাৰ পৰা উপকাৰতকৈ অপকাৰ হে বেচি হব পাৰে। সকলো শিল্পানুষ্ঠান, কৃষি অনুষ্ঠান ৰাষ্ট্ৰীয় হলে ৰাষ্ট্ৰই

আৱশ্যক অনুযায়ী শিল্পজাত, কৃষিজাত বস্তুৰ মাজত সমন্বয় ৰাখি মূল্য নিৰ্দ্ধাৰিত কৰি দিব পাৰিব। ফলত সকলো শিল্পানুষ্ঠান আৰু কৃষি অনুষ্ঠানৰ মাজত এটা নিগুঢ় সম্পৰ্ক স্থাপন হব। এনে নিগুঢ় সম্পৰ্ক নহলে, ৰাষ্ট্ৰৰ দ্বাৰা চালিত শিল্পানুষ্ঠানৰ পৰা লাভতকৈ লোকচান হে হোৱাৰ বেচি সম্ভাৱনা। ইপিনে ৰাষ্ট্ৰ চালিত আৰু ব্যক্তি চালিত শিল্পানুষ্ঠানবোৰৰ মাজত ন্যায়সঙ্গত প্ৰতিযোগীতাত ৰাষ্ট্ৰই স্বাভাৱিকতে নিজ অনুষ্ঠানৰ মঙ্গলৰ অৰ্থে ৰাধা মেলিব। ফলত বিক্ষোভে দেখা দিব। তৃতীয়তে মূল শিল্পবোৰ ( Key Industry ) ৰাষ্ট্ৰৰ কৰি নললে, সেইবোৰৰ ওপৰত নিৰ্ভৰ কৰা অন্যান্য শিল্পবোৰ ৰাষ্ট্ৰীয় কৰাৰ পৰা বিশেষ ফল পোৱা নাযাব। কাপোৰৰ কল এটি ৰাষ্ট্ৰীয় কৰাৰ আগতে, সেই কল তৈয়াৰ কৰা লোহাৰ কাৰখানাবোৰহে ৰাষ্ট্ৰীয় হোৱা উচিত। চতুৰ্থতে সকলো প্ৰদেশতে একে নীতি মানি নললে দেশত এটা কেলেঙ্কাৰী প্ৰাদেশিক প্ৰতিযোগীতাৰ আৰম্ভণ হব। পঞ্চমতে দেশত সম্পূৰ্ণ সমাজতন্ত্ৰ নহলে দেশৰ ধনীলোক সকলৰ পৰা কল আদি খুলিবৰ কাৰণে দেশৰ ধন উলিওৱাত বহুত অসুবিধাই বাধা দিব। অথচ এই কলবিলাক ৰাষ্ট্ৰৰ নকৰিলে আৰু চৰকাৰে ন্যায়সঙ্গত আশা দিলে এই ধনীলোক সকলোৱেই এনেকুৱা কল আদি খোলোতে আগৰণুৱা হব। এইখিনিতে আমি এটা কথা কৈ থও যে আমি কল কাৰখানা মাটি বাৰি আৰু বাাঙ্ক আদি ৰাষ্ট্ৰীয় কৰাৰ পক্ষপাতী। কল কাৰখানা আদিৰ যে আৱশ্যক আছে তাকো আমি স্বীকাৰ কৰো। কিন্তু ধন তাকৰীয়া অসময়ত আমি এতিয়াতে এই কল কাৰখানা আদিৰ পিনে ৰাষ্ট্ৰক মন মেলিব উপদেশ দিব নোৱাৰো। ধন তাকৰীয়া দেশত ধনৰ দিহা কৰিবলৈ হলে আমাৰ একমাত্ৰ উপায় হৈছে কুটীৰ শিল্পৰ শৰণাগত হোৱা। আনহাতে কাপোৰ

আদিৰ কল খোলাৰ আগতে চৰকাৰে মূল শিল্পবোৰ ৰাষ্ট্ৰীয় কৰাৰ হে দিহা কৰা উচিত। এনেবোৰ শিল্প লাভালাভৰ প্ৰশ্নৰ পৰা বহুত দূৰত ৰাখিলেহে অন্যান্য শিল্পৰ উন্নতি সহজে হব। অৱশ্যে এনে কৰাৰ আগতে এটা সৰ্ব্বভাৰতীয় নীতিৰ দৰকাৰ। তেনে নীতি হলে অসমৰ কয়লা, পেট্ৰোলিয়াম আদি শিল্পবোৰ ৰাষ্ট্ৰৰ হব। চাহ বাগিচা বিলাককো হয়তো এই নীতি অনুসৰি ৰাষ্ট্ৰীয় কৰা যাব পাৰে।

মূল শিল্পৰ কথা ওলালে জলজ বিদ্যুতৰ কথা ওলায়। যদিও অসমৰ জল প্ৰপাত, নদী, নলী আদিৰ পানীৰ পৰিমান, বৃষ্টিপাত বিভাগ (rain catchment area) জল প্ৰপাতলৈ অহা পানীৰ প্ৰবাহ (run off) উচ্চতা আদিৰ জৰীপ এতিয়াও হোৱা নাই, তথাপিও এইবোৰ সহায়ত অসমত জলজ বিদ্যুতৰ পৰিকল্পনা হব পাৰে বুলি বহুতৰে বিশ্বাস। এই শিল্পৰ আৱন্তণ শাসন আদি যে ৰাষ্ট্ৰই লোৱা উচিত তাক কোনেও মুই নকৰে। ইপিনে এই শিল্পৰ অবিহনে কয়লা তাকৰ ভাৰতত যে শিল্পোন্নতিৰ ভবিষ্যত আন্ধাৰ সিও সকলোৰে জ্ঞাত।

তথাপিও এইখিনিতে এটা কথা মনত ৰখা উচিত। জলজ বিদ্যুতৰ আৱশ্যক অত্যন্ত হলেও, অসমৰ বৰ্ত্তমান অৰ্থনৈতিক পৰিস্থিতিত আমাৰ মনেৰে তাৰ আৱশ্যক এতিয়াতে সিমান হোৱা নাই। বিদ্যুত ব্যৱহাৰৰ বাবে দেশত এতিয়াও যথেষ্ট শিল্পানুষ্ঠানৰ অভাৱ। ৰাষ্টাত চাকি জ্বলাবলৈ বা ঘৰত পোহৰৰ ঢুকুলদকা বান তুলিবলৈকে জলজ বিদ্যুতৰ দৰকাৰ আমাৰ মনেৰে একো নাই। আকৌ জলজ বিদ্যুতৰ এক বিৰাট শক্তি ঘৰ (Power house) খুলিবলৈকে আমাৰ টকাৰ অভাৱ। সৰু শক্তি ঘৰ তৈয়াৰ কৰাটো নিশ্চয় মিতব্যয়িতা নহব। ইপিনে, দেশত নানা শিল্পানুষ্ঠানৰ পৰিকল্পনা, জল প্লাবনৰ (irrigation) পৰিকল্পনা

( ব'ত বৈদ্যুতিক পাম্পৰ দৰকাৰ ) আদিৰ এতিয়াও গঢ় লগা নাই। এইবোৰ পৰিকল্পনাই গঢ় নললে সেইবোৰৰ লগত নিগূঢ় সম্পৰ্ক ৰক্ষা কৰি জলজ বিদ্যুতৰ পৰিকল্পনা কৰাটো প্ৰায় অসম্ভৱ। সেইদেখি প্ৰথম পাঁচ বা দহ বছৰীয়া প্ৰাদেশিক পৰিকল্পনাত ইয়াৰ স্থান নাই বুলি আমি ভাবো।

আমি ভাবোঁ যে শিল্পাদিৰ কাৰণে যি টকা পোৱা যায় সেই গোটেইখিনি টকাৰে কুটীৰ শিল্প প্ৰচলনৰ বাবেহে এটা সম্পূৰ্ণ পাঁচ বছৰীয়া বা দহ বছৰীয়া পৰিকল্পনা গঠন কৰা উচিত। এৰি-মুগা-পাট-কপাহ কটা আৰু বোৱাৰ; বেতৰ চকী, মেজ, মুঢ়া, চাবোন, পুতলা, কাঠৰ নানা বস্তু, লোহা, ধুনা, আঠা মচলা, চুফাৰী, ৰুটি, বিস্কুট কেক, আদি, ধাৰী, কাঠ, চুন, গোৱা আৰু মহা তেল, কাহ পিতলৰ বাচন, চামৰা আৰু হাড়ৰ নানা বস্তু, বুতাম, উলৰ বস্তু, ইটা, কলম, পেঞ্চিল, কাগজ, কুহিয়াৰ আৰু খেজুৰৰ গুৰ হালৰ ফাল আদি দা-কটাৰী, কোৰ আদি, গৰু ছাগলী আদিৰ বাবে খাদ্য, মাছ মৰা জাল, মাটিৰ বাবে নানা সাৰ, মাটিৰ নানা বাচন, আয়নাৰ নানা বস্তু, মৰাপাট আৰু নাৰীকলৰ ৰচী, চিঁয়াহী, সোণ, ৰূপ, হাতী দাতৰ অলঙ্কাৰ ইত্যাদি অগণিত বস্তু প্ৰস্তুতৰ; হাহ-কুকুৰা-পাৰ-ভেড়া, মৌ আদি পুহাৰ; ঔষধৰ কেচামাল আৰু পাহাৰৰ শিল আদি সংগ্ৰহৰ; কাপোৰ ধোৱা, ৰং দিয়া, চিলাই আদি কাৰ্য্য কৰাৰ ব্যৱস্থা জাপানত কৰা দৰে আমাৰ এই পৰিকল্পনাতো কৰিব পাৰি। এই শিল্পবোৰ বিশেষীকৰণৰ (Specialisation) বাবে আমি খুব সাৱধানেৰে সৈতে ঠাই বাছি লব লাগিব। কিছুমান ঠাইত তেনে ধৰণৰ স্বাভাৱিক কেন্দ্ৰ গঢ়ি উঠিছেই। সৰ্থেবাৰীৰ কাঁহী বাটী, বহাৰ খদৰ আৰু এৰি, শোৱালকুছিৰ এৰি আৰু পাট, পলাশবাৰীৰ মুগা আৰু এৰি, ভায়োলপুৰৰ এৰি সকলোৰে জনাজাত। কিছুমান ঠাইত এতিয়াও তেনে কেন্দ্ৰ গঢ়ি

উঠা নাই, কিন্তু গঢ়ি উঠাৰ সম্ভাৱনা আছে। নলবাৰীৰ পৰা বহুত চামৰা আৰু মৰাপাট ৰপ্তানী হয়। এই অঞ্চলত যথেষ্ট পৰিমানে নাৰিকলো জন্মে। ওচৰৰ সত্ৰ আদি ঠাই মুগা আৰু এৰিৰ বাবে প্ৰশস্ত। ইত্যাদি কাৰণত চামৰাৰ, হাড়ৰ, বটীৰ, এৰি মুগাৰ বস্ত্ৰ কৰা কেন্দ্ৰস্থল অলপ আয়াসতে নলবাৰীত চৰকাৰে কৰিব পাৰে। সেইদৰে শিৱসাগৰ অঞ্চলত মুগা আৰু পাট, মঙ্গলদৈ অঞ্চলত পাট, তেজপুৰ অঞ্চলত আনাৰস আদিৰ নানা বস্তু, অসমৰ বিলবিলাকৰ পাৰত মাছ মাৰিবলৈ আৰু জমা ৰাখিবলৈ নানা ব্যৱস্থা, দেৰগাওঁ অঞ্চলত গুৰ, গৰু আদিৰ ঘাঁহৰ বাবে সুকীয়াকৈ থোৱা ঠাইবোৰত গাখীৰ জাত. নানা বস্তু, সদিয়া আৰু লক্ষীমপুৰ অঞ্চলত মিৰিমিকিৰ, চিলঙৰ ওচৰৰ বৰপানী আৰু ভুটান পাহাৰৰ নামনি অঞ্চলত ভেড়া পুহি উল, গোৱালপাৰা অঞ্চলত হালধি, বাৰ্লি, এৰি আদিৰ স্বাভাবিক কেন্দ্ৰস্থল গঢ়ি তোলাত নিশ্চয় বাধা নাই। এনে ধৰণৰ কেন্দ্ৰ গোটেই দেশত দহ বাৰ মাইল অন্তৰে অন্তৰে হোৱা উচিত।

এই শিল্পবোৰৰ কেন্দ্ৰ হয়তো মজলীয়া স্কুল বোৰকে বা হাইস্কুল বোৰকে কেন্দ্ৰ কৰি গঢ়ি উঠিব পাৰে। ফলত সেই কেন্দ্ৰবোৰে জনশিক্ষাৰো উপযুক্ত স্থল হৈ উঠিব। তেতিয়া হলে জনশিক্ষা অৰ্থত আখৰ চিনোৱাকৈ নধৰি এই শিল্পবোৰ শিক্ষাও অন্তৰ্ভুক্ত কৰা হব। এনে কৰিলে জনশিক্ষা জনপ্ৰিয়ও হব বুলি আশা কৰিব পাৰি। এই কেন্দ্ৰবোৰত স্কুল সমূহৰ উঠি অহা লৰাছোৱালীহঁতকো নানা শিল্প বিষয়ক কাৰ্য্যকৰী শিক্ষা দিব পাৰা যাব। এনে শিক্ষা নোহোৱা বাবেই আমাৰ শিক্ষা উদ্দেশ্যহীন বুলি শিক্ষাবিদ সকলে কয়।

এই খিনিতে এটা প্ৰধান প্ৰশ্ন উঠে—এই কুটীৰ শিল্প বিস্তাৰৰ বাবে চৰকাৰে কেনেদৰে সহায় কৰিব পাৰে? চৰকাৰে

কেইটামান বিভাগ খুলি দিলেই এই প্রশ্নৰ সমাধা নহয়। সমবায় সমিতিৰ অভিজ্ঞতাই এই কথা আমাক সদায় সোঁৱৰাই দি আছে। সমবায় সমিতিবোৰৰ অকৃতকাৰ্য্যতাৰ প্ৰধান কাৰণ এয়ে যে এইবোৰ বাহিৰৰ পৰা আমাৰ ওপৰত জাপি দিয়া চৰকাৰী অনুষ্ঠান। এইবোৰৰ বাবে আমাৰ ভিতৰৰ পৰা দাবী অহা নাই। যি কোনো অনুষ্ঠানৰে ব্যৰ্থতাৰ মূলত এনে দাবীৰ অভাৱ। কুটীৰ শিল্পবিস্তাৰ কৰিব খুজিলে আমি এই কথা সদাই মনত ৰাখিব লাগিব। এই-বোৰৰ বিস্তাৰ কোনো চৰকাৰী প্ৰচাৰ কাৰ্য্যৰ দ্বাৰাই অকল সম্ভৱপৰ নহয়। চৰকাৰী বিভাগেই হওক বা বেচৰকাৰী অনুষ্ঠানেই হওক সকলোৰে কৃতকাৰ্য্যতা নিৰ্ভৰ কৰে এই বিলাকৰ গুৰিত থকা মানুহ জনৰ বা সকলৰ একাগ্ৰতা, সততা ত্যাগ আৰু ব্যক্তিত্বৰ ওপৰত। চৰকাৰী বিভাগত নানা কাৰণত এনে লোক গঢ়ি নুঠে। নানা কাৰণত চৰকাৰী বিভাগত সোমালেই আমি যন্ত্ৰ চালিত মানুহ হৈ পৰো আৰু দেশ প্ৰেম, সমাজ সেৱা আদি অনুভূতিৰ কথা পাহৰি পেলাওঁ।

আমাৰ মনেৰে এই শিল্পবিস্তাৰৰ বাবে চৰকাৰে তলৰ কাৰণে আগ বাঢ়িব পাৰে। এই বিষয়ত অভিজ্ঞতা সম্পন্ন দেশ কৰ্ম্মী সকলৰ উপদেশো চৰকাৰে আহ্বান কৰিব পাৰে।

প্ৰত্যেক দহ বাৰ মাইল অন্তৰে অন্তৰে ঠাইৰ ধাতু অনুযায়ী বেলেগ বেলেগ শিল্প আৰু কৃষি শিক্ষা দিবৰ বাবে চৰকাৰী বিষয়া একাধিক জন নিযুক্ত হোৱা উচিত। তেওঁলোকে সেই ঠাইৰ স্কুল বিলাককে কেন্দ্ৰ কৰি লৰা ছোৱালী, ডেকা, বুঢ়া সকলোকে শিক্ষা দিব লাগিব। তেওঁলোকৰ তলত একোখন শিল্পাদি তৈয়াৰী কৰিবৰ উপযুক্ত সৰু কল কাৰখানা, নানাবিধ শস্যৰ বিধান আৰু ফলমূলৰ, কলমৰ দোকান থাকিব। শিক্ষা পোৱা লোকসকলৰ ওচৰত এইবিলাক ৰাকীকৈ দোকানে বিক্ৰি কৰিব। এটা নিৰ্দ্ধাৰিত

নিৰিখত কিছুদিনৰ ভিতৰতে এইবোৰৰ দাম তেওঁবিলাকৰ পৰা তুলি লবলৈ বিশেষ টান নহব। এই লোকসকলৰ দৰ্কাৰী অন্যান্য আৰ্থিক ব্যৱস্থাও এই চৰকাৰী বিষয়া সকলেই কৰি দিব। মুঠতে এই লোকসকলে যাতে নিগাজীকৈ কুটীৰ শিল্পত লাগে তাৰ বাবে সকলো ৰকমৰ যত্ন এই বিষয়া সকলে লব লাগিব এই লোক সকলৰ আৰু চৰকাৰী সমবায় বিভাগ, কৃষি বিভাগ শিল্প বিভাগ, আদিৰ মাজত সম্পৰ্ক স্থাপন কৰা। এই দায়িত্বৰ বোজা শিক্ষক সকলেও লব লাগিব। এই দায়িত্ব পালন কৰিবলৈ কোনো অনুষ্ঠান নোহোৱা গতিকেই গাৱঁৰ লোকসকলে সমবায় ব্যাঙ্ক আদিৰ পৰা সহায়-লবলৈ সঙ্কোচ বোধ কৰে। এই সঙ্কোচৰ বাবেই তেওঁলোকে কম সুদতে এইবোৰ অনুষ্ঠানৰ পৰা টকা নলৈ মহাজনৰ পৰা বেচি সুদতে ধাৰে লয়।

এনে পৰিস্থিতি নোহোৱা কৰিবলৈ হলে আমাৰ মনেৰে ওপৰত কোৱা দৰে চৰকাৰী বিষয়া সকলে দায়িত্ব লোৱা উচিত। লোক সকলৰ আৰ্থিক অভাৱৰ পৰিমান বুজিবলৈ চৰকাৰী আৰ্থিক সাহায্য কাৰ্য্যকৰী (Productive) ভাবে ব্যৱহাৰ কৰা হৈছে নে নাই ইত্যাদি চাবৰ বাবে চৰকাৰী বিষয়া সকলেহে সক্ষম। কিন্তু এই বিষয়া সকলক চৰকাৰী লোক হোৱা বাবে তেওঁলোকৰ ওচৰ চাপিবলৈ গাৱঁৰ লোক সঙ্কোচ বোধ কৰে। এই সঙ্কোচ গুচাবলৈ চেষ্টা কৰিব লাগিব চৰকাৰী বিষয়া সকলেই।

এই অৰ্থে আমি কাৰ্য্যকৰী ক্ষমতাৰে সৈতে কিছুমান কেন্দ্ৰ সমাজ (ছাৰ বিশ্বেশ্বৰীয়াৰ (Group Circle) স্থাপন কৰিবলৈ কব খোজোঁ। এই কেন্দ্ৰ সমাজ বোৰৰ সভাপতি জন বেচৰকাৰী বিশিষ্ট লোক হব লাগিব। এই সমাজ কেবাটাও চাব কমিটি থাকিব। এই চাব কমিটি বিলাকৰ সম্পাদক হব শিল্প, কৃষি, চিকিৎসা, আলিবাট, শিক্ষা আদি বিভাগৰ চৰকাৰী বিষয়াসকল। এই চাবকমিটি

বিলাকৰ কৰ্ম্মবিভাগো সম্পাদকৰ বিভাগ অনুযায়ী বেলেগ বেলেগ হব। স্থানীয় ডাক্তৰ, অভাৰচিয়াৰ, সমবায় বিভাগৰ ইন্সপেক্টৰ, স্কুল চাব ইন্সপেক্টৰ, বিচাৰক পুলিচ ইন্সপেক্টৰ আদিক এই পৰিকল্পনা অনুসৰি কমিটিবোৰৰ সম্পাদক হিচাবে দেখা পাম। এই বিষয়াসকলৰ বদলি বাৰ্ষিক দৰমহা বৃদ্ধি উন্নতি কেন্দ্ৰ সমাজৰ উপদেশ অনুসৰি হব। অৱশ্যে বিষয়াসকলে কেন্দ্ৰ সমাজৰ কোনো অন্যায়ৰ প্ৰতিবাদ কৰিবৰ বাবে এখন প্ৰাদেশিক সমিতি থাকিব যৰ সভাপতি হব প্ৰধান মন্ত্ৰী, সভ্য হব প্ৰাদেশিক বিভাগীয় কৰ্ত্তাসকল আৰু আইন সভাৰ কেইজনমান বিশিষ্ট প্ৰতিনিধি। এনে নিয়মে কাম কৰিলে শিক্ষা আদি বহু বিষয়তে বৰ্ত্তমানে চলা দৈত্য শাসনৰ বেয়া ফালটো নোহোৱা হব বুলি আশা কৰিব পাৰি।

কেন্দ্ৰ সমাজবোৰত চৰকাৰী বিষয়াসকলৰ উপৰিও থাকিব কিছুমান বেচৰকাৰী বিশিষ্ট স্থানীয় লোক। এওঁলোক যদি কংগ্ৰেছৰ বা অন্য জাতীয় অনুষ্ঠানৰ বিশেষ কৰ্ম্মী হয়, তেতিয়াহলে এই সমাজবোৰে ভাল কাম কৰিব বুলি আমাৰ বিশ্বাস। উক্ত কৰ্মী সকলে গঠনমূলক কামত নিযুক্ত থকাত সমাজত যথাৰ্থতে উপকাৰ সাধিত হব।

এনেদৰে গঠিত কেন্দ্ৰ সমাজবোৰে যে অকল লোকসকল আৰু চৰকাৰী বিষয়াসকলৰ মাজত সম্পৰ্ক স্থাপন কৰিয়েই ক্ষান্ত থাকিব তেনে নহয়। এইবোৰে সকলো ৰকমে জাতীয় প্ৰচাৰ কাৰ্য্য আৰু জাতীয় গঠন কাৰ্য্যত লিপ্ত থাকিব। এইবোৰৰ অধীনত থকা গাওঁবিলাকৰ স্বাস্থ্যোন্নতি, আলিবাটৰ উন্নতি, শিক্ষাৰ উন্নতি আদি সকলো ৰকমৰ দায়িত্বই থাকিব এই কেন্দ্ৰ সমাজবোৰৰ গাত। বেকেন্দ্ৰীক গণতন্ত্ৰৰ মূল খুটা হব এই কেন্দ্ৰ সমাজবোৰেই।

পাৰ্লেমেণ্টৰী গণতন্ত্ৰৰ কৃতকাৰ্য্যতা ওপৰৰ (চাৰ কমিটি গঠন কৰা) নীতি গ্ৰহণ কৰাৰ ওপৰতে নিৰ্ভৰ কৰে। এয়ে পাৰ্লেমেণ্টাৰী শাসন চলিত ইংল্যাণ্ড আদি দেশৰ অভিজ্ঞতা। এই নীতি আমি লোকেলবোৰ্ড আৰু মিউনিচিপালিটি আদিতো খটুৱাব পাৰো। স্থানীয় স্কুল, ডি, আই; এচ, ডি ও আদিক বেলেগ বেলেগ চাব কমিটিৰ সম্পাদক কৰি লব পৰা যাব। চেয়াৰমেন সকল এই চাব কমিটিবোৰৰ সভাপতি হব। এই চাব কমিটিবিলাক সৰু হব লাগিব। কিয়নো এই চাব কমিটীবিলাকেই হব প্ৰকৃত কাৰ্য্যনিৰ্ব্বাহক অঙ্গ। লোকেলবোৰ্ড আৰু মিউনিচিপালিটি বোৰক কিছুমান কাৰ্য্যকৰী ক্ষমতা দিলে এই বিলাকৰ ক্ষেত্ৰ সৰু কৰিলে আৰু ওপৰত দিয়া ধৰণে নতুনকৈ গঢ়ি তুলিলে এইবোৰৰ কৰ্ম্মদক্ষতা সকলো ৰকমে বাঢ়িব বুলি আশা কৰিব পাৰি।

ওপৰত দিয়া ধৰণে কাম কৰিবলৈ হলে চৰকাৰৰ সৰ্ব্বপ্ৰধান কৰ্ত্তব্য আমাৰ ঠাইবোৰত কেনে ধৰণৰ কুটীৰ শিল্প উপযোগী কৰি তুলিব পাৰি তাৰ জৰীপ কৰা।

দ্বিতীয়তে সেইবোৰ ঠাইত সেইবোৰ শিল্প শিক্ষা দিবৰ বাবে লোক শিক্ষিত কৰি আনা। (ষ্টাৰ্লি বেলেন্স প্ৰশ্ন সম্ভূত সমস্যাৰ আংশিক সমাধানৰ বাবে বিলাতলৈ ছাত্ৰ-ছাত্ৰী পঠিওৱাৰ আগতেই চৰকাৰে কুটীৰ শিল্প শিক্ষা দিব পৰা অসংখ্য লোক শিক্ষিত কৰা কাৰ্য্যতহে হাত দিয়া উচিত আছিল।)

তৃতীয়তে এই কুটীৰ শিল্পবোৰ শিক্ষা দিবৰ আৰু শিক্ষিত লোক সকলৰ ব্যৱহাৰৰ বাবে আৱশ্যকীয় যন্ত্ৰপাতি কিনা আৰু ঘৰবাৰী তৈয়াৰ কৰা।

চতুৰ্থতে এই শিল্প বিস্তাৰৰ বাবে লোক সকলক সহায় কৰিবলৈ সমবায় ব্যাঙ্কৰ যোগেদি আৰ্থিক সাহায্যৰ বিধান।

পঞ্চমতে কেন্দ্র সমাজৰ ভিত্তি স্থাপন।

প্ৰথম পাঁচ বছৰীয়া আনকি দহ বছৰীয়া পৰিকল্পনাত এই খিনিকে কৰি তোলা টান। তাৰ পাছৰ পৰিকল্পনাবোৰত এই কুটীৰ শিল্পবোৰত বিদ্যুৎ শক্তি ব্যৱহাৰৰ, এই বোৰ সম্পৰ্কীয় প্ৰাদেশিক দুই চাৰিটা গবেষণাগাৰ আৰু শিক্ষাগাৰ নিৰ্ম্মাণৰ, খনিজ বস্তু উলীপ আৰু উন্নতি কৰাৰ আঁচনি লব পাৰা যাব।

ওপৰৰ পৰিকল্পনা শিক্ষা পৰিকল্পনাৰো এটা অঙ্গ হ্ব। আমাৰ স্কুল বোৰত কৃষি, শিল্প আদিৰ শিক্ষা দিয়াটো যে উচিত তাক সকলোৱে কয়। তেনে শিক্ষা দিবৰ বাবে পাঞ্জাব, বঙ্গদেশ আদিত চেষ্টাও কৰা হৈছিল। সেই চেষ্টা বিশেষ সফল হোৱা বুলি কব নোৱাৰি। তাৰ প্ৰধান কাৰণ এই ধৰণৰ শিক্ষা দিবৰ বাবে উপযুক্ত শিক্ষকৰ অভাৱ। মাজলীয়া স্কুলৰ শিক্ষক সকলক এনে শিক্ষা দিবৰ বাবে শিক্ষিত কৰি অনা হৈছিল সঁচা; কিন্তু তেওঁলোক নানা কাৰণত অকৃতকাৰ্য্য হ'ল। এই নানা কাৰণৰ ভিতৰত প্ৰধান কাৰণ অৰ্থৰ অভাৱ। বৰ্ত্তমান শাসনতন্ত্ৰত যদিও জাতিগঠনমূলক সকলো খৰচীয়া বিভাগৰ ব্যয় বহন প্ৰত্যেক প্ৰদেশে কৰিব লাগে তথাপিও প্ৰাদেশিক আয়ৰ এটা প্ৰধান অংশ কেন্দ্ৰলৈ যায়। প্ৰাদেশিক আৰ্থিক উন্নতিৰ বাবে উপযুক্ত পৰিকল্পনা হাতত নললে কোনো পৰিকল্পনাই কৃতকাৰ্য্য নহব। প্ৰাদেশিক আয় বৃদ্ধি পালে, আৰু ওপৰত দিয়া পৰিকল্পনাবোৰ কামত খটুৱাবলৈ অৰ্থৰ কাৰ্পণ্য নকৰিলে, দেশ দিনে দিনে উন্নতিৰ বাটত যাব বুলি দেশৰ পৰা দৰিদ্ৰতা গুচিব বুলি আৰু ফলত দেশৰ পৰা কেলেঙ্কাৰী সাম্প্ৰদায়িক সমস্যাবোৰ নোহোৱা হব বুলি আমাৰ একান্ত বিশ্বাস।

ইতিমধ্যে দেশৰ অৰ্থাভাব চাই মাত্ৰ দুই চাৰিটা সৰু পৰিকল্পনাকে সৰ্ব্বতোভাৱে কাৰ্য্যকৰী কৰাটো সমীচিন হ'ব।

বহুতে ৰুছ দেশক আঙুলিয়াই ইয়াৰ বিপৰীতে কব পাৰে। ৰুছ দেশৰ অৰ্থনৈতিক পৰিকল্পনাবোৰলৈ মন কৰিলে আমি দেখো যে তাত মূল শিল্পৰ (Key Industry) পৰিকল্পনাত হে বেচি জোৰ দিয়া হৈছিল। তাৰ ফলত যে দেশত হাহাঁকাৰে দেখা দিছিল তাকো আমি জানো। সেই সমস্যাত উত্তীৰ্ণ হবলৈ তাত কৰ্ম্মদক্ষ আৰু বলী চৰকাৰ আছিল। আমাৰ দেশত তেনে চৰকাৰ বেগতে হোৱা টান। তাৰোপৰি প্ৰাদেশিক চৰকাৰ বোৰৰ অকলে এই সমস্যাৰ সন্মুখীন হবলৈ সমৰ্থ নাই। আন হাতে ভাৰতবৰ্ষ আৰু ৰুচ দেশৰ মাজত পাৰ্থক্যও বহুত। ভাৰতবৰ্ষতকৈ বহুত ডাঙৰ অথচ জনসংখ্যাত বহুত কম ৰুচদেশৰ মিলতকৈ অমিল বেচি। এনে ধৰণৰ কেবাটাও কাৰণত আমাৰ মনেৰে মূল শিল্পবোৰৰ (Basic বা Key Industry) পৰিকল্পনা আমি এতিয়াতে হাতত লোৱা উচিত নহব। আকৌ এই শিল্প বোৰৰ দায়িত্ব কেন্দ্ৰীয় চৰকাৰেহে সুসম্পন্ন কৰিব পাৰিব।

আমি আমাৰ শিল্পাদি বিষয়ৰ পৰিকল্পনা কাৰ্য্যকৰী কৰোতে আৰু এটা কথালৈ মন দিব লাগিব। আমি শিল্পাদিৰ পৰিকল্পনাত তিৰোতাক যথেষ্ট স্থান দিব লাগিব। আমাৰ সমাজত বৰ্ত্তমান অৱস্থাত অৰ্থ আৰ্জনৰ সম্পূৰ্ণ দায়িত্ব মতা মানুহৰ। তিৰোতা সকলৰ বাবে কোনো কৰ্ম্ম সংস্থান নোহোৱাত তেওঁলোকে তেওঁলোকৰ স্বামীসকলক এই বিষয়ত বিশেষ সহায় কৰিব নোৱাৰে। তেওঁলোকৰ বাবে কুটিৰ শিল্প শিক্ষাৰ উচিত ব্যৱস্থা হলে তেওঁলোকেও নানা বস্তু তৈয়াৰ কৰি, আৰু সেই দৰেই অৰ্থ আৰ্জন কৰি জীৱন যাত্ৰাৰ মান বঢ়াব পাৰিব বুলি আমাৰ দৃঢ় ধাৰণা।

# স্বাস্থ্যোন্নতি

দৈহিক, মানসিক আৰু নৈতিক অভাৱ ( Want )ৰ সন্তুষ্টতেই উৎপত্তি সুখ আৰু স্বচ্ছন্দতাৰ। সুখ আৰু স্বচ্ছন্দতা থাকিলেই মানুহৰ মন থাকে প্ৰশান্ত আৰু তাৰ ফলতেই জগতত বিৰাজ কৰে শান্তি, দূৰ হয় যুদ্ধ বিগ্ৰহ আদি নানা অশান্তি। সেয়ে অভাৱ গুচাবৰ কাৰণে মানুহৰ ইমান চেষ্টা।

এই অভাৱ গুচাবৰ কাৰণে অৰ্থনৈতিক সকলৰ মতে লাগে মাটি, মূলধন আৰু শ্ৰম। এই তিনটাৰ ভিতৰত আকৌ প্ৰধান শ্ৰম। শ্ৰমৰ দ্বাৰাহে ভগবান দত্ত মাটি খেতিৰ বাবে উপযুক্ত কৰি তুলিব পাৰি আৰু আৱশ্যক দ্ৰব্যৰ বেচি উৎপন্ন সাঁচি মূল-ধন গঢ়ি তুলিব পৰি।

এই শ্ৰমৰ আকৌ মূল হৈছে ব্যক্তি নিজেই। ব্যক্তিৰ সুস্থ দেহ আৰু মনৰ ওপৰত হে নিৰ্ভৰ কৰে দ্ৰব্য উৎপন্ন ক্ষমতা। সুস্থ দেহ আৰু মনৰ বাবে সেই কাৰণে যি কোনো জাতীয় চৰকাৰৰে কৰ্ত্তব্য এই সুচিন্তিত পৰিকল্পনা গঠন কৰাৰ।

ভোৰ কমিটিয়ে প্ৰকাশ কৰা ৰিপোৰ্টত স্পষ্টকৈ দেখুৱা হৈছে যে আমাৰ লোকসকলৰ সুস্থ দেহ আৰু সুস্থ মন দুয়োটাৰে অভাৱ। এই অভাৱৰ মূলত খাদ্যাদিৰ নূন্যতা, খাদ্যাদি প্ৰস্তুতৰ অস্বাস্থ্যকৰ নিয়ম, আৰু সুচিকিৎসাৰ অভাৱ। সুচিকিৎসাৰ অভাৱত বছৰি বসন্ত, কলেৰা কালাজ্বৰ, টাইফড, নিউমোনিয়া, ম্যালেৰীয়া আদি ৰোগত যে কিমান মানুহ মৰিছে তাৰ হিচাব নাই। কিছুদিনৰ পৰা আকৌ যক্ষা আৰু কুষ্ঠ ৰোগৰ বিস্তাৰো বাঢ়ি যাব

ধৰিছে। চাহৰ প্ৰচাৰ হোৱাৰ লগে লগে গাওঁবোৰত আকৌ খেতিয়ক সকল পিত্তৰোগত আক্ৰান্ত হৈ অকৰ্ম্মণ্য হৈ পৰিছে। এইবোৰ ৰোগৰ উপযুক্ত প্ৰতিবিধানৰ বাবে উপযুক্ত সংখ্যাত যে চিকিৎসালয় আৰু চিকিৎসক নাই তাক নকলেও হব। এই অভাৱ দূৰ কৰিবলৈ হলে অন্ততঃ ৮।১০ মাইল অন্তৰে অন্তৰে একোজন ৰোগী থাকিব পৰা আস্পাতাল হোৱা উচিত আৰু প্ৰতিহাজাৰ লোকৰ কাৰণে একোজন ডাক্তৰ থকা উচিত। ওচৰে পাজৰে থকা বিজ্ঞান সম্মত শিক্ষা পোৱা আৰু বৰ্ত্তমানে চিকিৎসাত লিপ্ত থকা কবিৰাজ, হোমিওপাথি ডাক্তৰ, হাকিমি ডাক্তৰ বিলাককো এই আস্পাতাল বিলাকৰ লগত সংশ্লিষ্ট সভ্য (Associated memders) কৰা উচিত হব। তেতিয়া হলে সেই সেই লোকে যি কোনো ৰকমে চিকিৎসা কৰা নিয়ম গুচিব আৰু আস্পাতাল বিলাকৰ লগত সংশ্লিষ্ট থকা কাৰণে এই চিকিৎসক সকলৰো দৃষ্টি উদাৰ আৰু বিজ্ঞানসম্মত হব। এনেকুৱা কবিৰাজ হাকিমি ডাক্তৰ, হোমিওপথি ডাক্তৰৰ শিক্ষাৰ কাৰণে সংস্কৃত কলেজ বা মাদ্ৰাছা কলেজবোৰত বিহিত ব্যৱস্থা কৰা বিশেষ অসুবিধা নহব। তেনে শিক্ষাৰ বন্দোবস্ত কৰিলে কলেজ আদিলৈ যাব নোৱাৰা লৰা সকলৰো শিক্ষাৰ বাট এটা মুকলি থাকিব।

এই আস্পাতাল বিলাকত সকলো সাধাৰণ ৰোগৰ উপযুক্ত চিকিৎসাৰ বিধান ৰখাৰ উপৰিও, তেওঁলোকৰ আন এটা প্ৰধান কৰ্ত্তব্য হব আস্পাতালৰ লগত সংশ্লিষ্ট গাওঁবোৰত কলেৰা, আদিৰ ইনজেকচন দিয়া, বসন্ত আদি ৰোগৰ টিকা দিয়া, খোৱাপানীৰ উপযুক্ত বিধান কৰা, পৰিচ্ছন হৈ থাকিবলৈ, স্বাস্থ্যকৰ ঘৰ আদি বান্ধিবলৈ, জেকা আদি কমাবলৈ বা স্বাস্থ্য বিষয়ক আন আন কাম কৰিবলৈ উপদেশ দিয়া। ওচৰৰ মজলীয়া বা হাই স্কুলবোৰত স্বাস্থ্য বিজ্ঞান বিষয়ক প্ৰদৰ্শনী আদিও এই ডাক্তৰ, কবিৰাজ সকলেই

কৰিব পাৰিব। চাৰ বিশ্বেশ্বৰে তেওঁৰ "ভাৰতৰ পুনৰ গঠন" নামক পুথিত দেখুৱাৰ দৰে এই অঞ্চলত শ্ৰমোন্নতি অৰ্থেদি কেন্দ্ৰ সমাজ (Group circle) হব সেই কেন্দ্ৰ সমাজবোৰৰ লগত্তে। এওঁত সকলৰ নিগুঢ় সম্পৰ্ক থাকিব। এনেদৰে সম্পৰ্ক ৰখাৰ ফলত ড ক্ৰুৰ কৰিবাজ সকলেই হব সমাজৰ প্ৰিয়জন, এওঁলোকৰ লগত আমাৰ বন্ধুত্ব গঢ়ি উঠিব। এওঁলোকৰ পৰাই আমাৰ নিজৰ দেহ আৰু মন সুস্থভাবে ৰখাৰ শিক্ষা পোৱাৰ উপৰিও আমি শিকিম আমি আমাৰ লৰাছোৱালী বোৰক নো কেনেকৈ ডাঙৰ দীঘল কৰিব লাগে। সিহঁতে কান্দিলে নো কেনে দৰে সিহঁতক আমি ব্যৱহাৰ কৰিব লাগে ইত্যাদি নানা কথা। এইবোৰ নজনাৰ কাৰণেই আমাৰ লৰা ছোৱালীৰ আদৰ্শ চৰিত্ৰ গঠন নহয় বা সিহঁতৰ ব্যক্তিত্বৰ সম্পূৰ্ণ বিকাশ নহয়। দাৰ্শনিক, মনোবৈজ্ঞানিক আৰু শিক্ষাবিদ বাছেল চাহাবে কৈছে যে আমাৰ চৰিত্ৰ হৈছে অভ্যাসৰ (Habits) সমষ্টি। সেই অভ্যাসবোৰ গঠনৰ আকৌ প্ৰধান কাল আমাৰ জীৱনৰ প্ৰথম দুবছৰ আৰু কিশোৰ অৱস্থা (adobscent period) জীৱনৰ প্ৰথম দুবছৰৰ আকৌ অতি সঙ্কটজনক সময় হৈছে প্ৰথম দুমাহ। এই দুমাহতেই শিশুৰ খোৱা লোৱা সময়ৰ ওপৰত, শৌচ, প্ৰসাৱ আদিৰ নিয়ম অনিয়মৰ ওপৰত, শিশুৰ কন্দা বা হঁহা সময়ত কৰা আমাৰ ব্যৱহাৰৰ ওপৰতেই গঢ়ি উঠে শিশুৰ ভৱিষ্যত ব্যক্তিত্ব। এই কাল ডোখৰতেই শিশুৰ স্নায়ু মণ্ডলৰ বধনো সম্পূৰ্ণ হবলৈ আৰম্ভ কৰে। এই কাল ডোখৰতেই শিশুৱে ৰঙৰ জ্ঞান, বস্তুৰ গঠনৰ জ্ঞান আদি পায়। শিশুৰ প্ৰথম আঢৈ বছৰ গবেষণা ক্ৰীডা (Experimental play)ৰ, তাৰ পিছৰ আঢৈ বছৰ অনুকৰণ ক্ৰীড়াক (Imitative play)ৰ, তাৰ পিছৰ আঢৈ বছৰ কল্পনা ক্ৰীড়া (Imaginative play) আৰু তাৰ পিছৰ পাঁচ বছৰ দল ক্ৰীড়া (group play)ৰ সময়। প্ৰথম ৭ বছৰ কালক লৈয়েই

আৰম্ভণ কৰা হয় কিণ্ডাৰ গার্টেন শিক্ষা আৰু মন্টিছেৰী শিক্ষা। এই শিক্ষা দি আনা ডাক্তৰ কবিৰাজৰ হতুৱাই ভবিষ্যত পিতা-মাতাক এনে শিক্ষা দিলে, চৰিত্ৰবান, আদর্শশীল, স্বাস্থ্যবন্ত আৰু ব্যক্তিত্বযুক্ত লোকৰ দ্বাৰা দেশ পৰিপূর্ণ হব বুলি নিশ্চয় আশা কৰিব পাৰি।

ডাক্তৰ সকলৰ উপদেশৰ আন এটা প্ৰধান বিষয় হব জন্ম নিয়ন্ত্ৰণ (Birth Control)। এই সম্পর্কে উপযুক্ত যন্ত্ৰ পাতিও হয়তো তেওঁলোকৰ দ্বাৰাই বিতৰণ কৰাৰ দৰ্কাৰ হব পাৰে। জন্ম নিয়ন্ত্ৰণৰ শিক্ষাৰ অভাৱতে বহুলোকৰ লৰা-ছোৱালীৰ সংখ্যা বাঢ়ি যোৱাৰ ফলত আর্থিক অৱস্থা শোচনীয় হৈ উঠে। ভাৰতৰ নহলেও পৃথিবীৰ আজি প্ৰধান সমস্যা হৈছে দিনে দিনে বাঢ়ি যোৱা লোক সংখ্যা নো কেনেকৈ খাদ্য দ্ৰব্যৰ বৰ্দ্ধনৰ হাড়ে নিয়ন্ত্ৰণ কৰা যায়। এই সমস্যা সমাধান কৰিবলৈ হলে জন্ম নিয়ন্ত্ৰণ জ্ঞান যে একান্তই দৰকাৰ তাক আমি নুই কৰিব নোৱাৰো।

এই ডাক্তৰ সকলক সহায় কৰিবলৈ প্ৰত্যেক আস্পাতালত আৰু দুই শ্ৰেণীৰ কৰ্ম্মচাৰীৰ দৰ্কাৰ হব—(১) ধাত্ৰী, (২) ব্যায়াম শিক্ষক।

প্ৰত্যেক আস্পাতালৰ লগতে একোটা মাতৃ সদন (Maternity home) ৰো দৰকাৰ হব আৰু সেই মাতৃ সদন বিলাকত উপযুক্ত সংখ্যাৰ ধাই থাকিব। তেওঁলোকে আস্পাতালত নিয়মিত কৰ্ত্তব্য কৰাৰ উপৰিও ভৱিষ্যত মাতৃ সকলক গৰ্ভাধান অৱস্থাত দৰ্কাৰী খাদ্যাদিৰ সম্পর্কে উপযুক্ত উপদেশ দিব লাগিব।

প্ৰত্যেক আস্পাতালৰ ওচৰত থকা গাওঁবোৰৰ লৰা-ছোৱালী বোৰক খেলা আৰু ব্যায়াম শিকাই দেহা সবল কৰিবলৈ শিকাব ব্যায়াম শিক্ষক সকলে। এওঁলোকে ঠায়ে ঠায়ে ব্যায়ামৰ কাৰণে আখৰা খুলি সেইবোৰ নিয়মিত মতে পৰিদর্শন কৰিব। সেই

অঞ্চলৰ স্কুল বোৰতো উপযুক্ত ধৰনে ব্যায়াম আদি শিকোৱা হৈছে নে নাই তাকো তেওঁলোকে চাব।

এনেদৰে আস্পাতাল বিলাক গঢ়ি তুলিলে দেশ দিনে দিনে উন্নতিৰ বাটত আগ বাঢ়িব বুলি আশা কৰিব পাৰি। ফলত দেশত বেমাৰ আদি নোহোৱা হব শক্তিবান আৰু সাহসী যুৱক যুৱতীৰ দ্বাৰা দেশ ভৰি পৰিব। আকৌ এই আস্পাতাল বিলাকেই হব ওপৰত কৈ অহা কেন্দ্ৰ সমাজ বোৰৰ প্ৰাণস্বৰূপ।

কোৱা বাহুল্য যে ডাক্তৰ সকলৰ দৰমহাৰ হাড় বৃদ্ধি পাব লাগে—যাতে ডাক্তৰ সকলে সেই দৰমহাৰেই নিজৰ খোৱা লোৱা আদিৰ অভাৱ মিটাব পাৰে। আৰু বিনা মাচুলে চিকিৎসা কৰি কৰি দেশৰ পৰা বেমাৰ আদি নোহোৱা কৰিবলৈ যত্নৱান হয়। তেওঁলোকৰ বদলি, উন্নতি আদি কেন্দ্ৰ সমাজৰ উপদেশ অনুসৰি হব। তেওঁলোকৰ প্ৰমোচন নিৰ্ভৰ কৰিব তেওঁলোকৰ যত্নৰ ফলত বেমাৰ দূৰ হোৱা কথাটোৰ ওপৰতেই। আৰু তেওঁলোকৰ গৱেষণা কৰি নতুন নতুন চিকিৎসা প্ৰণালী আবিষ্কাৰ কৰাৰ ওপৰতেই।

ওপৰৰ ধৰণে আস্পাটাল বিলাক পৰিবৰ্ত্তন কৰা বৰ ব্যয় বহুল কথা। কিন্তু ব্যয় বহুল বুলি কোনো চৰকাৰে জনহিতকৰ কাম কৰিবলৈ ক্ষান্ত থাকিব নোৱাৰে। সেইদেখি আমি কব খোজো অন্যান্য ঠাইৰ পৰা অৰ্থ বাহি কৰি, আনকি দৰকাৰ হলে কৰ বঢ়ুৱাই হলেও জনপ্ৰিয় চৰকাৰে প্ৰথমতে ৮।১০ মাইল অন্তৰে অন্তৰে একোখন আস্পাতালৰ কেন্দ্ৰমূল (Unclens) খুলিব লাগে।

দ্বিতীয়তে পুৰণা অথচ সুদৃঢ় ভেটিত গঠিত আস্পাতাল বিলাক ওপৰৰ ধৰণে পৰিবৰ্ত্তিত কৰাৰ কাম চৰকাৰে আৰম্ভণ কৰি দিব পাৰে।

তৃতীয়তে যক্ষ্মা আৰু কুষ্ঠ ৰোগীৰ বাবে প্ৰত্যেক জিলাতে অন্ততঃ একোটা বিশেষ আস্পাতাল চৰকাৰে কৰি দিব পাৰে।

চতুৰ্থতে চিকিৎসা শাস্ত্ৰৰ উন্নতি অৰ্থে এখন মেডিকেল কলেজ খুলি তাত গৱেষণাৰ সুবিধা চৰকাৰে কৰি দিব পাৰে।

এইখিনি কাম কৰিবলৈ চৰকাৰে পশ্চাদপদ হব বুলি আমি নাভাবো। কাপোৰৰ কল, চেনীৰ কল, আৰু মৰাপাটৰ কল জাতীয় কৰণৰ চেষ্টা কৰি টকা খৰছ কৰাৰ আগতেই যি কোনো জাতীয় চৰকাৰৰ প্ৰথম কৰ্ত্তব্য দেশবাসীৰ দেহ আৰু মন সবল কৰি তোলাটোৱেই। আমি ভাৱো—সুস্থ দেহ আৰু সুস্থ মনৰ অভাৱ হলে কাপোৰ আৰু চেনীৰ পৰা একো ফল নিশ্চয় নহয় বুলি।

———

# শিক্ষা

অৰ্থনৈতিক পৰিকল্পনা কাৰ্য্যকৰী কৰিবলৈ লোকসকলক উপযুক্ত ধৰণে শিক্ষিত কৰি নললে কোনো অৰ্থনৈতিক পৰিকল্পনাই কৃতকাৰ্য্য হব নোৱাৰে। আনহাতে অৰ্থনৈতিক পৰিকল্পনাৰ সকলো আঁচনি কৰি নললে শিক্ষাবিষয়ক কোনো আঁচনি গঠন কৰা অসম্ভৱ। কি ছাড়ত খেতিবাতিত, ব্যৱসায়ত আৰু চাকৰিত দেশৰ লোক নিযুক্ত কৰা উচিত তাক নাজানিলে আমি শিক্ষা বিষয়ক বেলেগ বেলেগ কিমান অনুষ্ঠানৰ দৰ্কাৰ তাৰ সংখ্যা জানিব নোৱাৰো। এই উদ্দেশ্যে জৰীপৰ দৰ্কাৰ। ইতিমধ্যে আমি শিক্ষা বিষয়ক এটা নিৰ্দ্দিষ্ট নীতি কৰি লোৱা উচিত হব।

আমাৰ শিক্ষা যে অসম্পূৰ্ণ তাক সকলোৱে কয়। সম্পূৰ্ণ জাতীয় শিক্ষা ব্যৱস্থা (National Educational System) প্ৰবৰ্ত্তন কৰিব

খুলিলে আমি কেইটামান কথালৈ মন দিয়া যুগুত হব। প্ৰথমতে এই শিক্ষা লবলৈ দেশৰ লৰা ছোৱালী সকলৰ স্বাভাবিকতে হেপাহ থাকিব লাগিব। এনে হেপাহৰ অভাবতে পাঠশালা বিলাকত ছাত্ৰৰ উপস্থিতি কম। খেলা, ধূলা, আদিৰ বন্দোবস্ত থাকিলে, শিক্ষক শিক্ষয়ত্ৰী সকল ছাত্ৰ ছাত্ৰীৰ প্ৰতি বন্ধু ভাবাপন্ন হলে, তেওঁলোকক একে শ্ৰেণীতে কেবাবছৰো ৰখা নিয়ম বন্ধ কৰিলে, আৰু অন্যান্য নানা উপায়ে স্কুলবিলাকক মনোমোহা কৰি তুলিব পাৰিলে, ছাত্ৰ ছাত্ৰী সকল স্কুলত থাকি আপোনা আপুনি ভাল পোৱা হব। এওঁলোকে নিজে নিজে স্কুলত যাবৰ কাৰণে এওঁলোকৰ পিতা-মাতাৰ ওচৰত গাউৰি পাতিব। এয়ে পশ্চিম দেশৰ অভিজ্ঞতা স্কুলবিলাক মনোমোহা কৰি তুলিব পাৰিলেহে বাধ্যতা-মূলক শিক্ষা কৃতকাৰ্য্য কৰিব পাৰা যাব; নহলে বাধ্যতামূলক শিক্ষা আইন হলেও ছাত্ৰ ছাত্ৰীক আনিবৰ বাবে পুলিচ ব্যৱস্থাৰ দৰ্কাৰ হব।

দ্বিতীয়তে এই শিক্ষাৰ পাঠ্য বিষয় (Subjcts) আৰু সেইবোৰৰ বিষয়বস্তু (subject master) সেই সেই বিষয়ক কিতাপ, আৰু সেইবোৰ শিকোৱা নিয়ম প্ৰণালী ছাত্ৰছাত্ৰীৰ মানসিক বৰ্দ্ধনৰ (Psychological growth) লগত সংযুক্ত হব লাগিব। বিজ্ঞান সন্মত ভিত্তিত শিক্ষা গঢ়ি তুলিব নোৱাৰিলে, শিক্ষা প্ৰকৃত শিক্ষা হব নোৱাৰে—মুখস্থ বিদ্যা হোৱাটো সম্ভব হলেও এই বিষয় কেনেদৰে আগবঢ়া উচিত তাৰ সুকীয়া আলোচনা অন্য ঠাইতহে সম্ভৱপৰ হব।

তৃতীয়তে এই শিক্ষাৰ পৰা ছাত্ৰ ছাত্ৰীৰ দৈহিক আৰু মানসিক উন্নতি হব লাগিব। সুস্থদেহৰ বাবে যেনেকৈ আধুনিক বৈজ্ঞানিক সকলৰ মতে মানসিক আহাৰৰ দৰ্কাৰ, তেনেকৈ মান-সিক উন্নতিৰ বাবে দৈহিক স্বাস্থ্যৰ নিতান্তই প্ৰয়োজন। খেলা-ধূলা কৰাৰ, স্কুলত গাখীৰ, মাছ, বুট আদি খোৱাৰ, নিয়মমতে ছাত্ৰ ছাত্ৰীসকলৰ ওজন আদি লোৱাৰ, নিয়মমতে ডাক্তৰে পৰীক্ষা

কৰাৰ ইত্যাদি নানা বন্দোবস্ত থাকিলে দৈহিক স্বাস্থ্য আৰু লগে লগে মানসিক স্বাস্থ্য (nervous health) উন্নততৰ হোৱাটো সম্ভৱপৰ। অভিভাৱকসকলেও যেতিয়া দেখিব যে স্কুলত পঢ়িলে তেওঁলোকৰ লৰা ছোৱালীৰ স্বাস্থ্য দিনে দিনে ভালৰ পিনে যায়, তেওঁলোকে লৰা ছোৱালীৰ মঙ্গলৰ বাবেই সিইতক স্কুললৈ পঠিয়াবলৈ হাবিলাস কৰিব।

চতুর্থতে এই শিক্ষাৰ পৰা ছাত্ৰছাত্ৰীসকলে প্ৰকৃত নাগৰিক হব লাগিব। সমাজ আৰু ৰাষ্ট্ৰৰ পিনৰ পৰা চাবলৈ গলে শিক্ষাৰ সৰ্ব্বপ্ৰধান উদ্দেশ্য হোৱা উচিত এইটোৱেই। সমাজৰ শাসন ব্যৱস্থা, সমাজৰ সংস্কৃতি, আৰু সমাজৰ মঙ্গলৰ বাবে ব্যক্তিয়ে যাতে নিজক এই শিক্ষানুষ্ঠানবোৰত উপযুক্ত কৰি আনিব পাৰে তাৰ বিহিত ব্যৱস্থা হোৱা উচিত। শিক্ষানুষ্ঠানবোৰত গণতন্ত্ৰনীতিৰ ভিত্তিত ছাত্ৰসকলৰ নানা সাংস্কৃতিক সংঘ তৰ্ক সভা, সমাজ সেৱা সংঘ, সংগীত সভা, প্ৰদৰ্শনী আদিৰ ব্যৱস্থা নাথাকিলে, ছাত্ৰ ছাত্ৰীসকলে এনে শিক্ষা পোৱা সম্ভৱপৰ নহয়। এইবোৰ থাকিলে এই স্কুলবোৰৰ লগত অভিভাৱক আদিৰ এটা নিগূঢ় সংযোগ গঢ়ি উঠিব। ফলত এই লোকসকলেও সংস্কৃতিক জীৱন যাপন কৰাৰ সুবিধা পাব আৰু জনশিক্ষাৰ এটা অঙ্গ পূৰ্ণ হব।

সমাজৰ আদৰ্শ, সমাজৰ সমস্যা, সমাজৰ সংস্কৃতি সমাজৰ শাসন ব্যৱস্থা আদি ঠিকমতে বুজিবৰ বাবে আৰু সেইবোৰ বুজি সেইবোৰৰ উন্নতিৰ হকে যথাবিহিত চেষ্টা কৰিবৰ কাৰণে বুৰঞ্জী, ভূগোল, অৰ্থশাস্ত্ৰ, ৰাজনীতি জনস্বাস্থ্য (Public Health) আদি শিক্ষাৰ ব্যৱহাৰিক আৰু অব্যৱহাৰিক (Practical and theoretical) দুয়োটা ফালেই উপযুক্ত ভাবে হোৱাৰ একান্তই প্ৰয়োজন। সমাজৰ আদৰ্শ অক্ষুণ্ণ ৰাখিবৰ বাবে আৰু সমাজৰ সংস্কৃতি গতিশীল আৰু প্ৰাণময় (dynamic and living) কৰি তুলিবৰ বাবে

ব্যক্তিয়ে শিক্ষা নাপালে আৰু ব্যক্তিৰ চৰিত্ৰ তেনেদৰে গঢ় নললে, শিক্ষাৰ ব্যৱস্থা সমাজে কৰি দিয়াৰ একো হেতু নাই। আমি অৱশ্যে এইটো কব খোজা নাই যে শিক্ষানুষ্ঠানবোৰত কেৱল হিটলাৰী আমলৰ জাৰ্ম্মানীত হোৱা দৰে কেৱল এক ধৰণৰ নাগৰিক হে সৃষ্টি হব। তেনে ধৰণৰ নাগৰিকে সমাজৰ এক ধৰণৰ কোনো নিৰ্দ্দিষ্ট সংস্কৃতিৰ কথা হে জানে; সেই সংস্কৃতিৰ আৱশ্যকীয় পৰিবৰ্ত্তন কৰিবৰ তেওঁলোকৰ উৎসাহ বা ক্ষমতা নাথাকে। ই সমাজৰ উন্নতিৰ বাবেই অবাঞ্চনীয়। একহাতে সমাজত যেনেদৰে নাগৰিক সৃষ্টি হব লাগিব, আনহাতে হব লাগিব সেই নাগৰিকবোৰৰ স্বকীয়া ব্যক্তিত্বৰো সম্পূৰ্ণ বিকাশ। ব্যক্তিত্বৰ সম্পূৰ্ণ বিকাশতেই ব্যক্তিৰ আনন্দ আৰু ব্যক্তিৰ কাৰণে শিক্ষা অৰ্থপূৰ্ণ। সমাজৰো কল্যাণ সমাজৰ লগত খাপ খাব পৰা ব্যক্তিত্বৰ সম্পূৰ্ণ বিকাশতেই। ব্যক্তিত্বৰ এনে বিকাশ হলেহে সমাজৰ আদৰ্শ আৰু সংস্কৃতিৰ উপযুক্ত পৰিবৰ্ত্তন সাধন সম্ভৱপৰ হয়।

পঞ্চমতে এই শিক্ষাৰ পৰা নিজৰ জীবিকা আৰ্জন কৰিবলৈ সকলোৱে সমৰ্থ হব লাগিব। বৰ্ত্তমানত আমাৰ শিক্ষাৰ যে উদ্দেশ্য কেৱল পৰীক্ষাত উত্তীৰ্ণ হোৱা তাক সকলোৱে জানে। পৰীক্ষাত উত্তীৰ্ণ হৈ কোনো কোনোৱে হয়তো চাকৰীৰ কাৰণেও আশা কৰিব পাৰে। যি সকলোকে তেওঁলোকৰ লৰা-ছোৱালীক এনেদৰে পৰীক্ষা উত্তীৰ্ণ কৰাই চাকৰী দিয়াৰ আশা ৰাখিব নোৱাৰে, তেওঁলোকৰ কাৰণে বৰ্ত্তমানে চলিত শিক্ষা একেবাৰে অৰ্থহীন। চাকৰী পোৱা কথাটোৱেই অনিশ্চিত হৈ পৰিছে। এনেস্থলত দুখীয়া অভিভাৱক সকলে তেওঁলোকৰ লৰা-ছোৱালীৰ শিক্ষাৰ কাৰণে টকা খৰচ কৰাটো তেওঁলোকে অনাহক খৰচ বুলি ভাবে। কিন্তু শিক্ষা ব্যৱস্থা যদি এনে হয় যে এই শিক্ষা পোৱাৰ পৰা প্ৰত্যেক নিজৰ আৰ্থিক উন্নতি কৰাটো সুনিশ্চিত,

তেতিয়া হলে সকলোৱে তেওঁলোকৰ লৰা-ছোৱালীক স্কুললৈ পঠিয়াব বিচাৰিব। এই অৰ্থে শিক্ষানুষ্ঠানবোৰ আমি তলৰ ধৰণে পৰিৱৰ্ত্তন কৰিব পাৰো।

শিক্ষাৰ তিনিটা স্তৰ হব—প্ৰাথমিক, মাধ্যমিক আৰু উচ্চ। প্ৰাথমিক শিক্ষা সকলোৰে কাৰণে হব। এই শিক্ষা আঠ বছৰৰ পৰা যোল বছৰৰ লৰা ছোৱালীৰ কাৰণে বাধ্যতামূলক হব। এই স্কুলবোৰত আঠোটা শ্ৰেণী থাকিব। এই শিক্ষাৰ দুটা স্তৰ হব—নিম্ন প্ৰাথমিক আৰু উচ্চ প্ৰাথমিক। নিম্ন প্ৰাথমিক স্কুলবোৰ প্ৰত্যেক তিন মাইল অন্তৰে অন্তৰে হব—যাতে কুমলীয়া লৰাছোৱালীবোৰে দেৰ মাইল বেচি খোজ কাঢ়িব নালাগে। এই স্কুলবোৰত প্ৰথম চাৰিটা শ্ৰেণী থাকিব।

উচ্চ প্ৰাথমিক স্কুলবোৰ প্ৰত্যেক ছয় মাইল অন্তৰে অন্তৰে হব—যাতে কোনেও তিনি মাইলৰ বেচি খোজ কাঢ়িব লগাত নপৰে। এইবোৰ স্কুলত বাকী চাৰিটা শ্ৰেণী থাকিব।

আজিকালিৰ পাঠশালাবিলাকক নিম্ন প্ৰাথমিক স্কুললৈ সহজে পৰিবৰ্ত্তন কৰা যাব পাৰে। এম, ই, আৰু এম, ভি, স্কুলৰ মাজত থকা পাৰ্থক্যটো গুচাই এইবোৰ স্কুলক উচ্চ প্ৰাথমিক স্কুললৈ পৰিবৰ্ত্তিত কৰিব পাৰা যাব।

এই প্ৰাথমিক স্কুলবোৰ কিছুমান কুটীৰ শিল্প আৰু কৃষিক বেঢ়ি গঢ়ি উঠিব। কৃষি বিষয়ক পাঠ্য হব—জল প্লাৱন আৰু সিঞ্চন (irrigation and drainage), কলমৰ পৰা ফলৰ খেতি (grafting), মাটিৰ কাৰণে সাৰ তৈয়াৰী, সাৰদিয়া প্ৰণালী, সমবায় ফাৰ্ম্মৰ মূল নীতি আদি নানা কথা। এইবোৰৰ ব্যৱহাৰিক জ্ঞান দিবৰ বাবে প্ৰত্যেক স্কুলতে ফলমূলৰ কলম, শস্যৰ নানাবিধান, আদিৰ বন্দোবস্ত থাকিব লাগিব। ঘৰত কৰৰ বাবে এইবোৰ ছাত্ৰসকলক দিয়া

উচিত হব। সেইবোৰৰ সংব্যৱহাৰ কৰা হৈছে নে নাই তাৰ উপযুক্ত পৰিদৰ্শন শিক্ষক সকলে কৰিব লাগিব। এনেদৰে ফলমূলৰ খেতি আদি বঢ়োৱাত কৃষিবিভাগৰ সহযোগ স্কুলবিলাকে বিচাৰিব। সেইদৰে শিল্প বিভাগৰ লগত সহযোগ কৰি ঠাইৰ ধাতু অনুযায়ী অসংখ্য কুটীৰ শিল্পৰ পৰা দুই চাৰিটা বাচিলৈ প্ৰত্যেক স্কুলতে শিক্ষা দিব পৰা যাব। বিল আদিৰ ওচৰৰ স্কুলত হয়তো মাছ আদি সংগ্ৰহবিষয়ক, ঘাহৰ বাবে সুকীয়াকৈ থোৱা পথাৰবোৰৰ ওচৰৰ স্কুলবোৰত হয়তো মাখন আদি প্ৰস্তুত প্ৰণালী বিষয়ক জ্ঞান দিয়াৰ দিহা থাকিব পাৰে। শিক্ষা সাঙ্গ কৰা লোক সকলে যাতে কুটীৰ শিল্পত লাগি যায়, তাৰ বাবে প্ৰাথমিক অভাৱ মিটাবৰ কাৰণে অৰ্থাদিৰ দিহাও স্কুলৰ যোগেদি কৰা উচিত হব। আৰম্ভণিৰ পৰা শিক্ষা এনেদৰে দিলে, সকলোৱে শিক্ষাৰ এটা উপযুক্ত অৰ্থ দেখিব আৰু আগ্ৰহেৰে এনে শিক্ষা লবলৈ আহিব। স্কুলবোৰত যদি নাঙলৰ ফাল তৈয়াৰ কৰা, চকীমেজ তৈয়াৰ আৰু ভালকৰা, কাপোৰ চিলাই কৰা আদিৰ দিহা থাকে, তেতিয়াহলে অভিভাৱক সকলে তেওঁলোকৰ দৰ্কাৰী নানা বস্তু তেওঁলোকৰ লৰাছোৱালীৰ যোগেদি স্কুলতেই কৰিব পাৰিব। ইত্যাদি কাৰণত সকলোৰে কাৰণে শিক্ষা উদ্দেশ্য পূৰ্ণ হব। আৰৌ, এই কুটীৰ শিল্প আৰু কৃষি সম্পৰ্কীয় নানা ছবি, নানা সাধুকথা, নানা বিজ্ঞান সম্মত কথা থকা কিতাপ পঢ়ি ভৌগলিক, বুৰঞ্জীমূলক, ৰসযুক্ত জ্ঞান লৰাছোৱালীবোৰে পাব। ফলত কৃষি আৰু শিল্পৰ উন্নতি কৰাৰ লগে লগে নিজৰ মানসিক উন্নতিও কৰিবলৈ তেওলোকে সমৰ্থবান হব। আনহাতে, কৃষি আদি সম্পৰ্কীয় নানা উৎসৱ যেনে খেতিৰ অন্তত ভোগালী বিহু, খেতিৰ আৰম্ভণত ৰঙালী বিহু, বিশ্বকৰ্ম্মা পূজা, কৃষি শিল্প প্ৰদৰ্শনী আদি পালন কৰি তেওলোকে সাংস্কৃতিক জীৱন যাপন কৰাৰ আনন্দও লাভ কৰিব পাৰিব। মুঠতে এই

শিক্ষাৰ ফলত যেওঁলোকৰ কৰ্ম্মজীৱনত কৰিব লগীয়া কৰ্ম্মৰ প্ৰতি অনুৰাগ বাঢ়িব আৰু কৰ্ম্ম শুদ্ধ হব ৰসপূৰ্ণ।

নিম্ন প্ৰাথমিক স্কুলবোৰৰ শিক্ষা কুটীৰ শিল্প আৰু কৃষিৰ যোগেদি হলেও, এই শিক্ষা ৰব বেচি 'টেকনিকেল' নহৈ সাধাৰণ ধৰণৰ ( general ) হব। উচ্চ প্ৰাথমিক স্কুলবোৰত কুটীৰ শিল্প আৰু কৃষিৰ বিশেষ জ্ঞান দিয়াৰ বিস্তৃত ব্যৱস্থা থাকিব।

মহাত্মা গান্ধীৰ বনিয়াদি স্কুলৰ লগত আমাৰ প্ৰাথমিক স্কুল-বোৰৰ বিশেষ অমিল নাই। মহাত্মাৰ শিক্ষা হব চৌধ বছৰলৈ; আমাৰ স্কুলত হব আঠৰ পৰা ষোল বছৰলৈকে। শিক্ষা ষোল বছৰলৈকে কৰাৰ কাৰণ হৈছে এয়ে যে যাতে লৰা-ছোৱালীবোৰে কিশোৰ কাল (Adobscent) ভোগৰত স্কুলৰ আদৰ্শ পৰিস্থিতিহীন (Ideal environment) হৈ নপৰে। দ্বিতীয়তে আমাৰ প্ৰাথমিক শিক্ষাৰ দুটা ভাগ—নিম্ন আৰু উচ্চ। মহাত্মাৰ স্কুলত মাত্ৰ এটা ভাগ। চাৰ্জ্জেণ্টৰ আৰ্চনিতো দুটা ভাগ দিয়া হৈছে—যদিও চাৰ্জ্জেণ্টৰ আৰ্চনিৰ প্ৰাথমিক শিক্ষাৰ পাঠ্য বিষয় আৰু শিক্ষা প্ৰণালীৰ আগত মহাত্মাৰ বনিয়াদি শিক্ষাৰ পাঠ্য বিষয় আৰু শিক্ষা প্ৰণালীৰ পাৰ্থক্য অনেক। আমি স্কুলবোৰ এনেদৰে দুটা ভাগ কৰিছো যাতে আমাৰ মফস্বলীয়া স্কুলবোৰ অকাজী হৈ নপৰে। আকৌ, নিম্ন প্ৰাথমিক স্কুলত উত্তীৰ্ণ হোৱা ছাত্ৰ ছাত্ৰী সকলে অধিক দূৰলৈ খোজ কাঢ়ি যাব পৰা হব। ফলত উচ্চ প্ৰাথমিক স্কুলৰ সংখ্যা তাকৰ কৰিলেও চলিব। কম সংখ্যক স্কুলত নানা কুটিৰ শিল্পৰ বিশেষ জ্ঞান উপযুক্ত ধৰণে দিব পাৰা যাব। তৃতীয়তে আমি কুটিৰ শিল্পত জোৰ দিয়াৰ উপৰিও জোৰ দিছো খেতি বাতিৰ ওপৰত। আমি জোৰ দিছোঁ দুয়োকে পাঠ্য বিষয় কৰাত। মহাত্মাৰ স্কুলত খেতি বাতিৰ ব্যৱস্থা আছে সঁচা, কিন্তু তাক লব পাৰা যাব কুটিৰ শিল্পৰ পৰিবৰ্ত্তে। আমাৰ

ইয়াত দুয়োটা শিক্ষাই বাধ্যতা মূলক। অসমৰ তথা ভাৰতৰ বেচি সংখ্যক লোকৰ প্ৰধান জীৱিকা হব কৃষি, আৰু কৃষি কৰি আজৰি পোৱা সময়ত লগৰীয়া (Subsidiary) কুটিৰ শিল্প। আমাৰ আশা এই প্ৰাথমিক স্কুলৰ শিক্ষা প্ৰাপ্ত লোক সকলে কৃষি আৰু কুটিৰ শিল্প দুয়োটাৰে পৰা অৰ্থোপাৰ্জ্জন কৰিব আৰু সেইদৰে জীৱন যাত্ৰাৰ মান বঢ়াব। চতুৰ্থতে আমাৰ আচনিত স্কুলবোৰৰ খৰছ স্কুলবোৰত তৈয়াৰ কৰা বস্তু বিক্ৰি কৰি উলিয়াব খোজা নাই, নাইবা বিদ্যামন্দিৰ আচনিত দিয়া দৰে স্কুলৰ লগত সংলগ্ন পঠাৰৰ পৰা (দেবোত্তৰ মাটিৰ পৰা হোৱা আয়ৰ দৰে) হোৱা আয়ৰেও স্কুলবোৰ চলাব খোজা হোৱা নাই। মহাত্মাৰ আচনিত স্কুলবোৰক নিজৰ ওপৰত ভিৰ দিব পৰা (Self sufficient) কৰিবলৈ খোজা হৈছে।

অন্যান্য বিষয়ত, বুৰঞ্জী আদি শিক্ষা প্ৰণালী বিষয়ত আমাৰ আৰু বনিয়াদি স্কুলৰ মাজত প্ৰভেদ একো নাই। এই বিষয়বোৰক কৃষি আৰু কুটীৰ শিল্পৰ লগত নিগুঢ় ভাবে সংযুক্ত কৰিব লাগিব।

প্ৰাথমিক শিক্ষাৰ উদ্দেশ্য প্ৰাথমিক শিক্ষাতে সম্পূৰ্ণৰূপে সাধিত হব। বৰ্ত্তমান চলিত নীতিৰ দৰে প্ৰাথমিকৰ পৰা মাধ্যমিকলৈ মাধ্যমিকৰ পৰা উচ্চ স্তৰলৈ যোৱাৰ কোনো দৰ্কাৰ নহব। যি সকল লোক কুটীৰ শিল্প আৰু কৃষিত নিযুক্ত থাকিব সেই সকলৰ কাৰণে এই প্ৰাথমিক শিক্ষাই যথেষ্ট হব। দেশৰ তিনিভাগ লোকৰ দুভাগ কৰ্ম্মক্ষম লোক (অৰ্থাৎ ১৬ বছৰৰ পৰা ৫৫ বছৰলৈকে) হব। সেই কৰ্ম্মক্ষম লোক সকলৰ শতকৰা অন্ততঃ ৫০ জন কৃষি আৰু কুটিৰ শিল্পত নিযুক্ত থাকিব। বাকী লোকৰ শতকৰা ২৫ জনক প্ৰধান শিল্পত (Large scale industry) ১৫ জনক ব্যাঙ্কিং, আলিবাট নিৰ্ম্মান, পোষ্ট অফিচ, ৰেল, ইন্সুৰেন্স, ব্যৱসায় আদিত ৫ জনক শিক্ষক, ডাক্তৰ, বিচাৰক আদি চাকৰিত লিপ্ত ৰাখিব

পৰা যাব। কে, টি, চাহাই তেওঁৰ "পৰিকল্পনাৰ মুল নীতি" নামক পুস্তকত এনে উপদেশেই দিছে।

মাধ্যমিক শিক্ষা ৪বছৰ হব। এই শিক্ষা প্ৰায় সম্পূৰ্ণ ব্যৱসায়ী শিক্ষা ( Vocation ) হব। বৰ্ত্তমান হাইস্কুলবোৰৰ কিছুমান এনে শিক্ষানুষ্ঠানলৈ, কিছুমান উচ্চ প্ৰাথমিক শিক্ষানুষ্ঠানলৈ পৰিবৰ্ত্তিত কৰিব পাৰি। এই স্কুলবোৰত তলৰ শ্ৰেণীবোৰ নাথাকিব। এই স্কুল বোৰ প্ৰায় পোন্ধৰ যোল মাইল অন্তৰে অন্তৰে হোৱা উচিত হব। এই স্কুলবোৰত ডাঙৰ ডাঙৰ হোষ্টেল থাকিব। এই হোষ্টেলবোৰৰ খোৱা লোৱাৰ এটা অংশ চৰকাৰে বহন কৰিব।

এই মাধ্যমিক স্কুলবোৰ নানা বিধৰ হব। প্ৰাথমিক স্কুলৰ শিক্ষক সকলৰ বাবে নৰ্ম্মল স্কুল, মুক্তিয়াৰ, চাবৰেজিষ্টাৰ আদিৰ বাবে আইন স্কুল, কৃষি বিভাগৰ পৰিদৰ্শক (Demonstrator) আদিৰ বাবে কৃষি স্কুল, শিল্পবিভাগৰ পৰিদৰ্শক (Demonstrator) সকলৰ বাবে শিল্পস্কুল, ফোৰমেন, মোটৰ মেকানিক, মিস্ত্ৰি আদিৰ বাবে টেকনিকেল স্কুল, পুলিচৰ এচ, আই আদিৰ বাবে মিলিটাৰী স্কুল, প্ৰেছ কম্পোজিটাৰ আদিৰ বাবে জাৰ্ণালিজিম স্কুল, বেপাৰ বাণিজ্যত লিপ্ত থকা লোকসকলৰ কাৰণে বাণিজ্য স্কুল, কম্পাউণ্ডাৰী, নাৰ্চিং আদি শিক্ষাৰ বাবে ডাক্তৰী স্কুল, অভাৰচিয়াৰ মণ্ডল আদিৰ বাবে ইঞ্জিনিয়াৰিং আৰু চাৰ্ভে স্কুল, ৰেঞ্জাৰ আদিৰ বাবে ফৰেষ্ট স্কুল, ডিগবই আদিৰ কাম কৰিবৰ বাবে মাইনিং স্কুল চাহবাগিচাত কাম কৰিবৰ বাবে চাহ সম্পৰ্কীয় বিশেষ শিক্ষা দিয়া স্কুল, তল থাপৰ কেৰাণী আদিক শিক্ষা দিবৰ বাবে টাইপ ৰাইটিং অফিচৰ নিয়ম কানুনৰ বিশেষ শিক্ষা দিয়া স্কুল ইত্যাদি অসংখ্য স্কুল স্থাপন কৰাৰ দৰ্কাৰ হব। প্ৰত্যেক বিশেষ বিষয়ৰ কাৰণে বেলেগ বেলেগ স্কুল নকৰি এক স্কুলতে একাধিক শিক্ষাৰ ব্যৱস্থা কৰিবৰ

দর্কাৰ হব পাৰে বিষয় নির্ব্বাচনৰ সময়ত ঠাইৰ ধাতুৰ প্রতি বিশেষ লক্ষ্য ৰখা কর্ত্তব্য হব। ডিগবহ লিডু অঞ্চল হয়তো মাইনিঙৰ বাবে চিলং ডিব্রুগৰ, গুৱাহাটী, ডাক্তৰী শিক্ষাৰ বাবে, নগাওঁ নলবাৰী মঙ্গলদৈ, বৰপেটা, সদিয়া, যোৰহাট, প্রাথমিক স্কুলৰ শিক্ষকসকলৰ আৰু কুটীৰ শিল্প আদিৰ বিশেষ শিক্ষা দিবৰ বাবে, নগাওঁ, তেজপুৰ, যোৰহাট গুৱাহাটী টেকনিকেল শিক্ষাৰ বাবে, যোৰহাট, গোলাঘাট, শিবসাগৰ, ডিব্রুগৰ চাহৰ বিশেষ শিক্ষা দিবৰ বাবে, ইম্ফল, ধুবৰী, চিলং, গুৱাহাটী বাণিজ্য শিক্ষাৰ বাবে ছিলং কেৰাণীৰ উপযোগী বিশেষ শিক্ষাৰবাবে, গোলাঘাট, নগাওঁ, গোৱালপাৰা ফৰেষ্টাৰৰ বাবে, খানা-পাৰা(গুৱাহাটী), বৰপেটা ( যোৰহাট ) কৃষিৰ বাবে উপযোগী স্থান বুলি বিবেচিত হব পাৰে। এই অর্থে নগাওঁ আৰু যোৰহাটৰ টেকনিকেল স্কুল ইঞ্জিনিয়াৰিং স্কুললৈ খানাপাৰা আৰু বৰভেটাৰ ফার্ম্মৰ কৃষি স্কুললৈ, অন্যান্য ঠাইৰ হাইস্কুলবোৰ বেলেগ বেলেগ শিক্ষা দিয়া বিশেষ স্কুললৈ অতি সহজে পৰিবর্ত্তিত কৰিব পাৰি।

এই স্কুলবোৰৰ প্রথম দুবছৰৰ পাঠ্য বিষয় সকলো ধৰণৰে স্কুলতে প্রায় একে হব। পাছৰ দুবছৰত কেৱল বিশেষ কোর্ছ থাকিব। সেইদেখি কোনো স্কুলত দুবছৰ পঢ়িও অন্য বিষয় বিশেষ স্কুললৈ ট্রেন্সফাৰ লব পাৰা যাব। পাছৰ দুবছৰত তেনে ট্রেন্সফাৰ সম্ভৱপৰ নহব। আৰু আচলতে তেনে ট্রেন্সফাৰ বাঞ্ছনীয়ও নহয়। ১৮ বছৰীয়া লৰা ছোৱালীয়ে নিজৰ মানসিক ধাতু অনুযায়ী বৃত্তি বাচি লব পৰাটো নিশ্চয় আৱশ্যক।

এই স্কুলবোৰৰ পৰা পাছকৰা লোক সকলে চৰকাৰী বে চৰকাৰী নানা চাকৰীত সোমাই যাব। সেইদেখি চাকৰীৰ সংখ্যা অনুপাতে কেৱল নির্দ্দিষ্ট সংখ্যক ছাত্রইহে এইবোৰত পঢ়িব পাৰিব। যাতে নির্দ্দিষ্ট সংখ্যক ছাত্রহে ইয়ালৈ আহিব পাৰে। তাৰ বাবে ইয়াৰ প্রবেশ পৰীক্ষাৰ মান যথেষ্ট উচ্চ আৰু এই

মান দৰ্কাৰী ছাত্ৰ সংখ্যাৰ অনুপাতে বছৰি বছৰি পৰিবৰ্ত্তন কৰা হব। এই প্ৰবেশ পৰীক্ষা প্ৰাথমিক শিক্ষাৰ শেষ পৰীক্ষাৰ পৰা বেলেগ বেলেগ হব।

এই স্কুলবোৰত আজি কালিৰ হাইস্কুল বোৰত থকা ধৰণৰ অব্যৱসায়ী সাধাৰণ শিক্ষা (Non vocational and general) ব্যৱস্থা নাথাকিব। এনে উপদেশ আমাৰ অভ্যাসবশতঃ সহজে হজম কৰিবলৈ আমি টান পাম। কিন্তু আমি যদি দৰৈ ভাবি চাওঁ ইয়াত আপত্তি কৰিবৰ একো নাই। কিশোৰ কাল অতিক্ৰম কৰাৰ পাচত, আমাৰ মানসিক বিশেষ গুণ (Special aptitude) বিলাকৰ বিষয় জানি উঠাৰ পাচত সাধাৰণ শিক্ষাৰ কি প্ৰয়োজন আমি ভাবি চোৱা উচিত। যি হেতুকে সাধাৰণ কৰ্ম্ম বুলি কোনো বৃত্তি থাকিব নোৱাৰে, যি হেতুকে সমাজৰ বেলেগ বেলেগ কৰ্ম্ম বিভাগতহে আমি নিযুক্ত থাকিম, সেই হেতুকে উপযুক্ত বয়স প্ৰাপ্তৰ পাছত (এই ক্ষেত্ৰত ১৮ বছৰৰ পাচত) আমি বেলেগ বেলেগ কৰ্ম্ম অনুযায়ী বেলেগ বেলেগ শিক্ষানুষ্ঠানলৈ যোৱাটো নিতান্তই উচিত। তেনে কৰিলে সময় আৰু শক্তিৰ অপচয় নঘটে। আকৌ বৰ্ত্তমান সময়তো ইণ্টাৰমিডিয়েট শিক্ষাৰ পাচত অৰ্থাৎ ১৮ বছৰৰ পাছত আমাৰ বহুতো ডাক্তাৰী ইঞ্জিনিয়াৰিং আদি স্বকীয়া অনুষ্ঠানলৈ যায়। এই নীতিকে আমি শিক্ষা, শিল্প আদি বিষয়ক কৰ্ম্মত নখটুৱাবৰ কি কাৰণ থাকিব পাৰে? বৰ্ত্তমান সময়ত শিক্ষক, উকীল আদিয়েহে সাধাৰণ শিক্ষা লয়। পশ্চিম দেশৰ বহু ঠাইত সেই সকলেও প্ৰাথমিক শিক্ষাৰ পাছতেই বিশেষ শিক্ষা লয়। সকলো লোকেই যদি বিশেষ শিক্ষা লয়, তেতিয়া হলে সাধাৰণ শিক্ষা (Genral education) কোনে লব?— গবেষণা কৰিবৰ বাবেও এনে সাধাৰণ শিক্ষাৰ দৰকাৰ নাই। কিয়নো ইঞ্জিনিয়াৰিং, মাইনিং আদি বেলেগ বেলেগ বিষয়ত

উপযুক্ত গৱেষণা কৰিবলৈ এইবোৰ বিষয়ত বিশেষ শিক্ষা প্ৰাপ্ত লোক সকলেহে সমৰ্থবান হব। অৱশ্যে অব্যৱহাৰিক বিষয়ত (Theoretical subjects) যেনে দৰ্শন, পৰমাণুৰ কাৰ্য্যকলাপ আদিৰ গৱেষণা কৰিবৰ বাবে উপযুক্ত লোকৰ অভাৱ হব পাৰে। এই উদ্দেশ্য আমি প্ৰদেশত মাত্ৰ এটা বা দুটা বিশেষ মাধ্যমিক স্কুল আৰু উচ্চ কলেজৰ বন্দোৱস্থ কৰা উচিত। এই অনুষ্ঠানলৈ বিশেষ মেধাবী ছাত্ৰহে আহিব পাৰিব।

উচ্চ শিক্ষাৰ দুটা ভাগ থাকিব। এটা হব তিনি বছৰীয়া ডিগ্ৰী কোৰ্ছ, আনটো হব দুবছৰীয়া পোষ্ট গ্ৰেজুয়েটছ কোৰ্ছ। এই উচ্চ শিক্ষা নিৰ্দ্দিষ্ট সংখ্যক লোকেহে লব পাৰিব। সেই দেখি এই বোৰৰ প্ৰবেশ পৰিক্ষাৰ মানো বছৰি বছৰি বদলি কৰাৰ দৰ্কাৰ হব পাৰে। ডিগ্ৰী কোৰ্ছ পোৱা লোক সকল মাধ্যমিক স্কুলবোৰৰ শিক্ষক, বিচাৰক, ডাক্তৰ, দায়িত্ব পূৰ্ণ শাসনকৰ্ত্তা বা চাকৰীয়াল, উকিল, চৰডিপুটি, ই, এ, চি কৃষি শিল্পাদিৰ উচ্চ বিষয়া, উচ্চ তৰপৰ (Upper division) কেৰাণী, চেক্ৰেটাৰী, ফৰেষ্ট ই, এ, চি, পি, ডবলিউ, এচ, ডি, ও আদি হব। সেই অৰ্থে বেলেগ বেলেগ মাধ্যমিক স্কুল থকা দৰে বেলেগ বেলেগ ধৰণৰ কলেজো হব। শিক্ষক সকলৰ বাবে হয়তো হব বি, টি কলেজ, উকিল, চৰডেপুটি, ই এ, চি আদিৰ কাৰণে হয়তো হব আইন কলেজ। প্ৰবেশ পৰীক্ষা পাছ কৰাৰ পাছত যি কোনো লোকেই এই বোৰত ভৰ্ত্তি হব পাৰিব। কিন্তু প্ৰবেশ পৰীক্ষাৰ মান উচ্চ হোৱা বাবে বেলেগ বেলেগ বিষয়ৰ কলেজত ভৰ্ত্তি হবলৈ সমৰ্থবান হব, সেই সেই বিষয় সম্পৰ্কীয় মাধ্যমিক স্কুলত পাছকৰা ছাত্ৰ ছাত্ৰী সকলেহে। প্ৰত্যেক বিষয়ৰ বেলেগৰ কলেজ মুখুলি, একে কলেজতে কেবাটাও শিক্ষা দিব পাৰা যাব। কিছুমান বিষয় আকৌ অন্য প্ৰদেশৰ কলেজত দিয়াৰ দৰ্কাৰ হব।

বৃত্তি আদিব বন্দোবস্ত কৰি অন্য প্ৰদেশত এই বিষয়বোৰ শিক্ষা দিয়াত বিশেষ বাধা পোৱা নাযাব।

পোষ্ট গ্ৰেজুয়েটচ কোৰ্চ পোৱা লোক সকল কলেজবোৰৰ শিক্ষক, আৰু দেশৰ নানা সমস্যাৰ গবেষণা কৰা ব্যক্তি হব। এই কোৰ্চও নিৰ্দ্দিষ্ট লোকৰ কাৰণেহে হব। পোষ্ট গ্ৰেজুয়েটচ কলেজৰ লগত উন্নত ধৰণৰ গবেষণাগাৰো থাকিব লাগিব।

শিক্ষাবিষয়ক পৰিকল্পনাৰ লগত চাকৰীৰ বিষয় পৰিকল্পনাৰ কথা কলেও অপ্ৰাসঙ্গিক নহব। বৰ্ত্তমানত চাকৰীবোৰত কোনো নীতি মানি চলা নাযায় 'একজন গ্ৰেজুয়েটে মাষ্টাৰ হিচাবে হয়তো পাব ৭৫৲ অথচ সেই একে গ্ৰেজুয়েটে ই. এ, চি হিচাবে পাব ১৭৫৲। এনে হোৱা বাবত বিক্ষোভ আৰু অসন্তুষ্টই দেখা দিছে। এই বিক্ষোভ গুচাবলৈ হলে একে সময় কোৰ্চৰ ভিতৰেদি যোৱা লোক সকলৰ দৰমহা একে কৰা উচিত। কলেজ শিক্ষাপ্ৰাপ্ত সকলো লোকৰ দৰমহা সমান হব লাগে। সেইদৰে মাধ্যমিক শিক্ষাপ্ৰাপ্ত বেলেগ বেলেগ বিভাগত নিযুক্ত সকলো লোকৰ দৰমহা একে হোৱা উচিত। আকৌ নিম্নতম বেতন ভোগী চাকৰীয়ালৰ দৰমহাতকৈ উচ্চতম চাকৰীয়ালৰ দৰমহা কেনো ক্ষেত্ৰতে দহগুণতকৈও বেচি হব নালাগে। এনে নোহোৱালৈকে বিক্ষোভ সমাজৰ পৰা আঁতৰ নহব।

আমি দিয়া দৰে শিক্ষানুষ্ঠানবোৰ হলে, ষোল বছৰ বয়সতে সকলোৱে বেলেগ বেলেগ বাস্তা বাচি লব পাৰিব। প্ৰবেশ পৰীক্ষা থকা বাবে, প্ৰবেশ পৰীক্ষাৰ মান বছৰি বছৰি পৰিবৰ্ত্তন কৰিব পাৰা হেতুকে, সমাজত শিক্ষিত বেকাৰ নাথাকে। আনহাতে যি কোনো লোকেই সকলো চাকৰীৰ বাবে চেষ্টা কৰিব নোৱাৰিব, বৰ্ত্তমান নীতিত একেজন গ্ৰেজুৱেটেই কেৰাণীৰ পৰা হাকিমলৈ সকলো বিভাগতে চেষ্টা কৰে।

ওপৰত দিয়া আমাৰ শিক্ষা প্ৰথাত কেইটামান আপত্তি তুলিব পাৰি। প্ৰথমতে কব পাৰি যে, মাধ্যমিক আৰু উচ্চ শিক্ষা সকলোৰ বাবে নকৰিলে বেছিভাগ লোকৰে প্ৰতি অন্যায় কৰা হব। মনো-বৈজ্ঞানিক সকলে কয় যে শতকৰা দহ বাৰ জন লোক সাধাৰণতকৈ উচ্চ তৰপৰ। আমাৰ মনেৰে এই উচ্চ তৰপৰ লোক সকলকহে উচ্চ মানৰ প্ৰবেশ পৰীক্ষাৰ মাজেদি নিৰ্ব্বাচিত কৰি লৈ উপযুক্ত কামত নিযুক্ত কৰিব পাৰিলে সমাজৰে লাভ। আকৌ, প্ৰবেশিকা পৰীক্ষা দি মাধ্যমিক আৰু উচ্চ শিক্ষা পাবৰ অধিকাৰ সকলো লোকৰে থাকিব যেতিয়া, এই প্ৰথাত আপত্তি কৰিবলৈ একো নাই।

দ্বিতীয়তে কব পাৰি যে ষোল বছৰ বয়সতে বিশেষী কৰণৰ বন্দোবস্ত হোৱাটো ঠিক নহয়। বহুতে নিজৰ বিশেষ গুণ ( Special aptitude )ৰ কথা পাচত হে জানিবলৈ পাৰে। ইয়াৰ উত্তৰত আমি কওঁ যে দেখাত বিশেষীকৰণ ষোল বছৰতে হলেও, মাধ্যমিক স্কুলৰ প্ৰথম দু বছৰৰ কোৰ্চ সাধাৰণ (general education) হোৱা গতিকে, বিশেষীকৰণ ( specialisation ) প্ৰকৃততে আৰম্ভ হয় ওঠৰ বছৰ বয়সতহে। প্ৰথম দুবছৰৰ মুৰত কোনেও ইচ্ছা কৰিলে অন্য বিভাগৰ প্ৰবেশ পৰীক্ষা দি সেই বিভাগীয় মাধ্যমিক স্কুলত ভৰ্তি হব পাৰিব। উচ্চ শিক্ষা স্তৰতো প্ৰবেশ পৰীক্ষা দি এইদৰে বেলেগ বেলেগ বিভাগৰ মাজত অহা যোৱা চলিব পাৰিব ।

তৃতীয়তে কব পাৰি যে সমান শিক্ষা প্ৰাপ্ত লোক সকলৰ দৰমহা একে হোৱা গতিকে বেছি ভাগ লোকেই নৰ্ম্মাল স্কুল আৰু বি, টি, কলেজলৈ যাব। ফলত ইঞ্জিনিয়াৰিং স্কুল আদি লোক কম হব। নৰ্ম্মাল স্কুল আৰু বি, টি, কলেজৰ প্ৰবেশ পৰীক্ষাৰ মান উচ্চ কৰি আৰু ইঞ্জিনিয়াৰিং স্কুল আদিত যথেষ্ট সংখ্যক বৃত্তিৰ বন্দোবস্ত কৰি এই আপত্তি খণ্ডণ কৰিব পাৰি।

চতুৰ্থতে কব পাৰি যে কিবা কাৰণত বহুতো তলৰ খাপৰ চাকৰীয়ালে উচ্চ শিক্ষা লব নোৱাৰাৰ ফলত তেওঁলোকৰ প্ৰমোচন আদি বন্ধ থাকিব—উচ্চ তাৰপৰ চাকৰীয়াল সকলক যিহেতুকে উচ্চ শিক্ষা পোৱা লোকৰ পৰা হে লোৱা হব। প্ৰমোচনৰ আশা নথকাত তেওঁলোকৰ কাৰ্য্যও দোষপূৰ্ণ হব। বাৰ্ষিক দৰমহা বৃদ্ধিৰ বন্দোবস্ত কৰিলে, সকলো লোককে প্ৰাইভেট পৰীক্ষা দিব পৰাৰ স্বাধীনতা আৰু সুবিধা দিলে, ওপৰৰ চাকৰীবোৰৰ এক চতুৰ্থাংশ প্ৰমোচন ভিত্তিত হলে এই অসুবিধা দূৰ হব। পোষ্টাল, কণ্ট্ৰোলাৰ আদি বিভাগত প্ৰায় এনে ধৰণৰ নীতি মানি চলা হৈছে আৰু তাৰ পৰা ফলো ভাল দেখা গৈছে।

পঞ্চমতে কব পাৰি যে এই শিক্ষা প্ৰথাত সাধাৰণ শিক্ষা (general education) মূলক স্কুল বা কলেজ নাই। সমাজত সাধাৰণ বিভাগ ( general ) বুলি বিভাগ যেতিয়া নাই, সাধাৰণ শিক্ষামূলক স্কুল বা কলেজৰো আৱশ্যকতাও নাই। আমাৰ শিক্ষা সাধাৰণ শিক্ষাৰ নামত ইমান দিন উদ্দেশ্যহীন হৈ আছিলে। সাধাৰণ শিক্ষাৰ পৰা মুক্ত কৰি শিক্ষানুষ্ঠানবোৰ উদ্দেশ্যমূলক কৰাৰ সময় হৈছে। আকৌ, সকলো অনুষ্ঠানতে সাধাৰণ বুদ্ধি ( general intelligence ) বঢোৱাৰ, বুৰঞ্জী আদি পঢ়াই দেশপ্ৰেমৰ তীব্ৰতা বৃদ্ধি কৰাৰ, সাহিত্য সংগীত আদিৰ শিক্ষাদি আবেগীয় জীৱনৰ, ( emotinal life ) উৎকৰ্ষণ কৰাৰ ব্যৱস্থা থাকিবই। মুঠতে আমাৰ শিক্ষা ব্যৱস্থাত সকলো স্কুল কলেজতে সাধাৰণ শিক্ষা দিয়াৰ উপৰিও, দিয়া হব বিশেষ কোনো বিষয়ৰ বিশেষ জ্ঞান।

ষষ্ঠতে কব পাৰি যে আমাৰ শিক্ষা ব্যৱস্থা হব একেবাৰে নতুন ধৰণৰ (Revolutionary type)। নতুন ধৰণৰ হোৱাটোকেই আমি দোষ বুলি কব নোখোজোঁ। আন হাতে আমি ভাবো যে আমাৰ স্কুল কলেজবোৰ আমাৰ শিক্ষা প্ৰথা মতে ৰূপান্তৰিত কৰাত

বেচি অসুবিধা নহব। আমাৰ দৃঢ় বিশ্বাস যে যেতিয়ালৈকে সমাজত ওপৰৰ ধৰণে নিযুক্ত সঙ্গত জাতীয় পৰিকল্পনাৰ বাবে চেষ্টা কৰা নাযাব তেতিয়ালৈ সমাজৰ শিক্ষা ব্যৱস্থাত গণ্ডগোল চলিয়েই থাকিব। এনে ধৰণৰ শিক্ষা প্ৰথা চলোৱাৰ চেষ্টা আৰু সেই শিক্ষা প্ৰথা অনুসৰি দেশৰ কৰ্ম্ম-সংস্থান, দৰমহা আদিৰ বিধান এতিয়াও কোনো দেশতে হোৱা নাই সঁচা, কিন্তু সুক্ষ্ম দৃষ্টিৰে প্ৰগতিশীল দেশবোৰৰ শিক্ষা ব্যৱস্থা পৰীক্ষা কৰিলে দেখা যাব যে সেইবোৰৰ দেশৰ শিক্ষা প্ৰথাও আমাৰ প্ৰথাৰ পিনেই অজ্ঞাতসাৰে ওচৰ চাপিব ধৰিছে। যিটো প্ৰথা অন্য দেশত অজ্ঞাতসাৰে লবলৈ ধৰা হৈছে, সেই প্ৰথাকে আমি আমাৰ দেশত জ্ঞাতসাৰে লবলৈ কওঁ। চাৰ্জ্জেণ্টৰ শিক্ষা আঁচনিও আচলতে আমাৰ শিক্ষা প্ৰথাৰ পৰা বহুত ভিন্ন নহয়। কিন্তু সেই আচনি যিহেতুকে ইংল্যাণ্ডক অনুসৰণ কৰি কৰা হৈছে, সেই হেতুকে সেই প্ৰথাত কিছুমান দোষ ৰৈ যোৱাটো স্বাভাবিক। কলিকতা বিশ্ববিদ্যালয়ৰ শ্ৰীযুত অনাথ বন্ধুএ সেই দোষবোৰ তেখেতৰ অলপতে প্ৰকাশ হোৱা শিক্ষা ব্যৱস্থাত দেখুৱাইছে। এই দোষবোৰে গুচাই আৰু মহাত্মা গান্ধীৰ বনিয়াদি শিক্ষাৰ ওপৰত ভিত্তি কৰি আমি আমাৰ শিক্ষা প্ৰথা ৰচনা কৰিছোঁ। মহাত্মা গান্ধীয়ে তেখেতৰ শিক্ষা ব্যৱস্থাত মাধ্যমিক আৰু উচ্চ শিক্ষাৰ কথা কোৱা নাই। নিম্নতম যি শিক্ষা সকলোৰে কাৰণে তেখেতে দৰকাৰী বুলি ভাবে, সেই শিক্ষাৰ কথা হে তেখেতৰ ব্যৱস্থাত স্থান পাইছে। ইচ্ছা কৰিয়েই তেখেতে মাধ্যমিক আৰু উচ্চ শিক্ষাৰ বিষয় এতিয়াও বিশেষ একো কোৱা নাই। তেখেতৰ বনিয়াদি শিক্ষাৰ মাধ্যমিক আৰু উচ্চ স্তৰত চৰম পৰিণতি আমাৰ প্ৰথাত দিয়া মাধ্যমিক স্কুলবোৰত আৰু কলেজবোৰত পোৱা যাব বুলি আমাৰ বিশ্বাস।

সপ্তমতে কব পাৰি যে এনে ধৰণৰ শিক্ষা ব্যৱস্থা ব্যয় বহুল। ব্যয় বহুল সঁচা—যি কোনো শিক্ষা ব্যৱস্থাতে অন্ততঃ এইখিনি থাকিবই লাগিব। যুদ্ধত লাখ লাখ লোক মাৰিবলৈ যদি কোটী কোটী টকা পোৱা যায় শান্তিৰ সময়ত জাতি এটা গঠন কৰিবলৈ যি টকাৰ দৰ্কাৰ তাৰ অভাৱ বুলি কবলৈ যি কোনো চৰকাৰে লাজ পোৱা উচিত। আমেৰিকা আদি দেশত প্ৰেছ আদিৰ বন্দোৱস্ত কৰি সৰু সৰু লৰা ছোৱালীক আখৰ চিনোৱা হয়। নিচেই কেচুৱাক ৰাখিবৰ বাবে নাৰ্চাৰী, কিণ্ডাৰ গাৰটেন, মণ্টিছেৰী স্কুল, জনশিক্ষাৰ বাবে জনশিক্ষা স্কুল (Continnation schools) আদি নানা অনুষ্ঠান সেইবোৰ দেশত আছে। আমাৰ শিক্ষা প্ৰথাত সেইবোৰৰ কথা কোৱাই হোৱা নাই।

জনশিক্ষা আৰু নাৰ্চাৰী আৰু কিণ্ডাৰগাৰ্টেন শিক্ষাৰ নিতান্তই যে আৱশ্যক তাক আমি জানোঁ। এইবোৰৰ ভিত্তিও অন্ততঃ নগৰবোৰত স্থাপন হোৱা উচিত। কিন্তু অৰ্থৰ সু-ব্যৱস্থা নোহোৱালৈকে পিতা মাতাক লৰা ছোৱালী ডাঙৰ দীঘল কৰা সম্পৰ্কে উপদেশ আৰু অশিক্ষিত জন সমূহক শিল্প বিভাগৰ যোগেদি কুটীৰ শিল্প শিকোৱা আৰু লগে লগে আখৰ চিনোৱা কেন্দ্ৰ খৰাৰ বাহিৰে আমাৰ কৰিবলগীয়া বিশেষ নাই।

কুটীৰ শিল্প জনশিক্ষাৰ প্ৰধান অঙ্গ কৰিলে জনসমূহৰ জনশিক্ষাৰ প্ৰতি ধাউতি বঢ়াৰ উপৰিও, দেশৰ আৰ্থিক অৱস্থা ভাল হব। আৰ্থিক অৱস্থা ভাল হলে শিক্ষাৰ কাৰণে খৰছ কৰিবলৈ টকাৰ অভাৱ নহব।

প্ৰাথমিক স্কুলবোৰত কুটীৰ শিল্প শিক্ষা দিয়াৰ ব্যৱস্থা থাকিবই যেতিয়া, সেই শিক্ষক সকলেই জনসমূহক উপযুক্ত শিক্ষা দিব পাৰিব। লৰা ছোৱালীৰ শিক্ষা, দুপৰীয়া, আৰু জনশিক্ষা আবেলি দিয়াৰ বন্দোবস্ত কৰিলে একে শিক্ষকেই একেৰাৰতে

(at one sitting) স্কুলৰ কাজ চলাব পাৰিব। এই শিক্ষক সকল দুপৰীয়া ১২ বজাৰ পৰা ৫ বজালৈ স্কুলত থাকিলেই হব। এনে কৰাৰ পৰা শিক্ষক সকলে ৰাতিপুৱা পথাৰত কাম কৰিব পাৰিব আৰু লৰা ছোৱালীবোৰেও ৰাতিপুৱা ঘৰত পিত মাতাক সহায় কৰিব পাৰিব, আৰু গধুলি গৰু ছাগলী পথাৰৰ পৰা আনিব সময় পাব। আন হাতে এটা বা দুটা লেম্পৰ পোহৰত বহুত লোকক শিক্ষা দিয়াৰ ( Group Teachnig ) যি অসুবিধা সেই অসুবিধাৰ পৰাও হাত সৰা যাব। গাঁৱৰ লোক সকলৰ এই সময়ত বিশেষ কাজ নথকাত স্কুললৈ আহিবলৈ তেওঁলোকৰ অসুবিধা নহব। প্ৰাথমিক, মাধ্যমিক আৰু উচ্চ শিক্ষাৰ অনুষ্ঠান-বোৰ, এইদৰে জনসমূহৰ লগত সংযুক্ত হলে, এই শিক্ষানুষ্ঠান বোৰেই যে অতি সহজে আমেৰিকা আৰু কছ দেশত হোৱা দৰে সমাজৰ সাংস্কৃতিক কেন্দ্ৰস্থল হৈ উঠিব তাত সন্দেহ নাই। ফলত এইবোৰেই হব জনশিক্ষাৰ কেন্দ্ৰস্থল, স্থানীয় ক্লাব ঘৰ, ৰিডিং ৰুম আদি। এইবোৰৰ শিক্ষক সকলেই হব জনশিক্ষা আৰু স্থানীয় ক্লাব ঘৰ আদিৰ উদ্যোক্তা আৰু সম্পাদক। কৃষি-শিল্প, চিকিৎসা আদি বিভাগৰ লোক সকলৰ প্ৰচাৰ কেন্দ্ৰও হব এই স্কুল কলেজ বোৰেই। মুঠতে উদ্দেশ্যমূলক শিক্ষাৰ কেন্দ্ৰস্থল এই স্কুল কলেজ বোৰকে বেঢ়ি দেখা দিব দেশত এক অভূতপূৰ্ব্ব উৎসাহ আৰু উদ্দীপনা। এইবোৰেই হব সমাজ আৰু ৰাষ্ট্ৰৰ প্ৰাণ। সামাজিক আৰু ৰাষ্ট্ৰীয় সকলো প্ৰকাৰ উন্নতিৰে হব এইবোৰেই উৎস।

শিক্ষাবিষয়ক পৰিকল্পনাত আৰু এটা প্ৰশ্ন উঠে—এই শিক্ষা চৰকাৰী হব নে বেচৰকাৰী হব। আমাৰ মনেৰে এই শিক্ষা প্ৰথা চৰকাৰৰ দ্বাৰা চালিত হোৱা উচিত। কিয়নো বেচৰকাৰী কৰিবলৈ স্কুলবোৰৰ দায়িত্ব লব পৰা কোনো অনুষ্ঠান নাই আনহাতে বে-

চৰকাৰী কৰাৰ পৰা আমাৰ আৰ্থিক লাভ একো নাই। এই স্কুল বিলাকৰ সকলো আৰ্থিক দায়িত্ব চৰকাৰৰ বাহিৰে অন্য কোনেও নলয় যেতিয়া, এইবোৰ স্কুল আমাৰ মনেৰে চৰকাৰী কৰাহে উচিত। চৰকাৰে কাম হাতত ললে এই আঁচনি কাৰ্য্যকৰী কৰোঁতে সময়ো কম লাগিব বুলি আশা কৰিব পাৰি। বেলেগ বেলেগ স্কুল খোলা নীতি লোৱা হব যেতিয়া, এই স্কুলবোৰ চৰকাৰী কৰাৰ পৰা একে ধৰণৰ স্কুলহে দেশত গঢ়ি উঠিব বুলি সন্দেহ কৰাৰ একো কাৰণ নাই।

চৰকাৰে তলৰ ধৰণে কামত আগ বাঢ়িব পাৰে:—

প্ৰথমতে আঠৰ পৰা যোল বছৰলৈকে বাধ্যতামূলক শিক্ষাৰ ব্যৱস্থা কৰিব লাগে। এই অৰ্থে বৰ্ত্তমানৰ সকলো পাঠশালা আৰু মজলীয়া স্কুল অতি শীঘ্ৰে চৰকাৰী কৰা উচিত হব।

দ্বিতীয়তে সেই শিক্ষা উদ্দেশ্যমূলক কৰিবৰ বাবে পাঠশালা, আৰু মজলীয়া স্কুল বোৰত কুটীৰ শিল্প আৰু কৃষি শিক্ষাৰ উপযুক্ত ব্যৱস্থাৰ বাবে এটা আঁচনি লব লাগে।

তৃতীয়তে এই স্কুলবোৰত শিক্ষা দিব পৰা শিক্ষকৰ শিক্ষাৰ বাবে কিছুমান হাইস্কুল বাছি লৈ আমাৰ মাধ্যমিক স্তৰৰ শিক্ষা ব্যৱস্থাৰ দিয়া উপদেশ অনুসৰি সেইবোৰক নৰ্ম্মাল স্কুললৈ পৰিবৰ্ত্তিত কৰিব লাগে। এই স্কুলবোৰ চৰকাৰী স্তৰলৈ নিয়াৰ ব্যৱস্থা হব লাগে।

চতুৰ্থতে এই অনুষ্ঠানবোৰ জনশিক্ষা আৰু সমাজৰ সাংস্কৃতিক আদিৰ কেন্দ্ৰ (community centre) কৰাৰ বিহিত ব্যৱস্থা হব লাগে। এই কেন্দ্ৰবোৰৰ লৰা ছোৱালী পালনৰ শিক্ষা দিয়াৰ উপযুক্ত ব্যৱস্থাও থাকিব লাগিব।

পঞ্চমতে উপযুক্ত লোকৰ দ্বাৰা শিক্ষা দিবৰ অৰ্থে শিক্ষক-সকলৰ দৰমহাও উপযুক্ত হব লাগে।

ষষ্ঠতে মাধ্যমিক আৰু উচ্চ স্তৰৰ উপযোগী মেডিকেল স্কুল, কলেজ, ইঞ্জিনিয়াৰিং স্কুল, কলেজ আদিৰ স্থাপনৰ এটি আচনি হাতত লব লাগে।

সপ্তমতে শিক্ষা বিষয়ক সকলো উপদেশ, সকলো শাসন চলাবৰ অৰ্থে এটি বিশেষ বোৰ্ডৰ ভেটি স্থাপন হব লাগে।

প্ৰথম দহ বা পোন্ধৰ বছৰীয়া পৰিকল্পনাত এইখিনিকে কৰি উঠা টান। এইখিনি কৰি উঠিব পাৰিলেও দেশত শিক্ষাৰ নামত অশিক্ষা, সংস্কৃতিৰ নামত সংকীৰ্ণতা, লোপ পাব। শিক্ষা ও উদ্দেশ্য পূৰ্ণ হব। ফলত দেশও আদৰ্শ নৰ নাৰীৰ দ্বাৰা পৰিপূৰ্ণ হৈ উঠিব। তেওঁলোকৰ কৰ্ম্ম-জীৱনৰ দ্বাৰা দেশও হব প্ৰকৃততে চহকী।

---

# অসমীয়া জাতি

অসম দুখীয়া দেশ। সেই দেখি আৱশ্যক হলেও আমি ব্যয় বহুল পৰিকল্পনা হাতত লৈ অসমৰ উন্নতি কৰাৰ কথা সহজ-হতে ভাবিব নোৱাৰোঁ। কেইটামান পৰিকল্পনাকে নিখুট ভাবে কাৰ্য্যকৰী কৰি তুলিব পাৰিলেই আমি সন্তুষ্ট হম। এনেকুৱা পৰিকল্পনাৰ ভিতৰত অপৰিহাৰ্য হিচাবে পৰে খেতি বাতিৰ উন্নতি, কুটীৰ শিল্পৰ উন্নতি, স্বাস্থ্যোন্নতি, আৰু শিক্ষাৰ উন্নতি। এইবোৰ পৰিকল্পনাত আগবঢ়াৰ লগে লগে অসমৰ আৰ্থিক উন্নতি হব আৰু ফলত সমবায় সমিতি সমাজ সেৱা সমিতি ট্ৰেড ইউনিয়ণ ইন্সুৰেন্স, পেন্সন, ডাক, পুলিচ, ব্যাঙ্কিং, বৃহৎ শিল্প, আলিবাট, হাট বাজাৰ, ছাপাখানা, খবৰ-কাগজ, কিতাপ, থিয়েটাৰ, চিনেমা, অৰ্থনৈতিক অৱস্থাৰ হিচাব (statistial census) জাতীয় কৰা আদি নানা বিষয় পৰিকল্পনাত হাত দিব পাৰিম। পৰিকল্পনাৰ

কামত কিছু আগ বঢ়াব পাচত হয়তো ব্যাঙ্কিং আদিৰ পৰিকল্পনা হাতত লোৱাটো অপৰিহাৰ্য হৈয়েই পৰিব। তথাপিও সময়হতে সেইবোৰৰ কাম আমি কিছুদিনলৈ পিছু পেলাই থব পাৰো। কিন্তু এটা কাম আমি এদিনৰ বাবেও পিছু পেলাই থব নোৱাৰো আৰু সেইটো হৈছে 'অসমীয়া জাতি গঠন"ৰ পৰিকল্পনা। অসমীয়া জাতি সুগঠন কৰি তুলি লোৱাৰ এটি পৰিকল্পনা হাতত নললে অসমীয়া জাতিৰ অস্তিত্ব লোপ পাব বুলি আমাৰ আশঙ্কা হয়। তেতিয়া হলে অজস্ৰ টকা খৰচ কৰি খেতি-বাতি শিল্পাদিৰ পৰিকল্পনা কাৰ্য্যকৰী তোলাৰ পৰা অসমীয়াৰ একো লাভ নহব।

অসমীয়া জাতি বৰ্ত্তি থাকিবলৈ হলে আমাৰ মনেৰে অসমীয়া সংস্কৃতি আৰু সাহিত্যৰ প্ৰাণকেন্দ্ৰ এটিৰ দৰকাৰ। বিশ্ববিদ্যালয় হলে তেনে প্ৰাণকেন্দ্ৰ এটি স্থাপিত হব বুলি আশা কৰিব পাৰি। অৱশ্যে পৰীক্ষামূলক বিশ্ববিদ্যালয় স্থাপনৰ পৰা একো লাভ নহব। অসমীয়া সংস্কৃতি আৰু সাহিত্যৰ প্ৰাণকেন্দ্ৰ স্বৰূপ বিশ্ব বিদ্যালয় এটি স্থাপন কৰিবলৈ হলে এই বিশ্ববিদ্যালয়ৰ শিক্ষাৰ বাহন (medium of instruction) সকলো ক্ষেত্ৰতেই হব লাগিব অসমীয়া ভাষা।

এইখিনিতে এটা প্ৰশ্ন উঠে তেতিয়া হলে অসমৰ নগা, খাচীয়া, লুচাই, কচাৰী, গাৰো আদি পাহাৰীলোক সকলৰ অৱস্থা কি হব? আমাৰ মনেৰে এই লোকসকলৰ নিজৰ উন্নতিৰ বাবেই অসমীয়া ভাষা শিকা উচিত। অসমৰ আৰ্থিক উন্নতি হোৱাৰ লগে লগে এই পাহাৰী লোকসকলৰ লগত অসমীয়া ভাষাভাষী লোকসকলৰ ব্যৱসায় আদিত আদান প্ৰদান বাঢ়িব। বেহা বেপাৰৰ সুবিধা অৰ্থে এই লোকসকলে অসমীয়া ভাষা শিকিবই লাগিব। এতিয়াও চিলঙত খাচীয়াবিলাকে বঙ্গালী হিন্দী আনকি ভঙা ভঙা অসমীয়াৰে বা বঙালীৰে বেহা বেপাৰ কৰে। ছিলেট অসমৰপৰা

গলে অসমত বঙালী প্ৰভুত্ব নোহোৱা হ'ব আৰু অসমীয়া প্ৰভুত্ব বাঢ়িব। ইপিনে স্বাধীন চৰকাৰ গঠিত হলে বেহা বেপাৰৰ ক্ষেত্ৰ গাওঁ আদিলৈ বিস্তাৰ হব। তেতিয়া হলে এই লোকসকলে বজাৰী হিন্দিতকৈ অসমীয়া ভাষাৰ যোগেদি বেহা বেপাৰ কৰিবলৈ বেছি সুচল পাব।

বৰ্ত্তমান অসমৰ তথা ভাৰতৰ অৱস্থা অস্বাভাবিক বুলি কব পাৰি। মিচনাৰীসকলৰ প্ৰভাৱত পাহাৰীলোকসকলে নিজৰ ভবিষ্যত অৱস্থা ভালদৰে বুজিব পাৰা নাই। ইংৰাজী ভাষাত কথা কব পাৰিলেই জীৱন ধন্য হোৱা বুলি ভাবে। ওচৰ চুবুৰীয়াৰ সংস্কৃতি আৰু নিজৰ সংস্কৃতিৰ মাজত আদান প্ৰদান কৰি জীৱন্ত হৈ উঠাৰ আনন্দ যে কি তাক তেওঁলোকে এতিয়াও বুজিব পাৰা নাই। এই কাৰণতে ভৈয়ামৰ লোক সকলে তেওঁলোকক গ্ৰাস কৰিবৰ ভয়ত অস্থিৰ হৈ উঠিছে। এনে অৱস্থা বেছি দিনলৈ নাথাকিব বুলি আশা কৰিব পাৰি।

ইতিমধ্যে আমি তেওঁলোকক অযথা ভয়ৰ পৰা মুক্ত কৰিবৰ অৰ্থে এটি সুচিন্তিত পৰিকল্পনা হাতত লব লাগিব। লগে লগে অসমীয়া সংস্কৃতিৰ পিনে তেওঁলোকক অজ্ঞাতসাৰে টানি আনিবৰ বাবে আমি কেইটামান অসমীয়া সংস্কৃতিৰ কেন্দ্ৰ গঢ়ি তোলা উচিত হব। এই কেন্দ্ৰবোৰ ছিলং কহিমা, ইম্ফল, তুৰা, ধুবৰী, চিলচৰ, আইজাল আৰু পমুৱা বস্তিৰ মাজত গঢ়ি তুলিব লাগিব। এই বিষয়ত আমি মিচনাৰীসকলৰ কৌশল ললে ভাল হব। মিচনাৰীসকলে তেওঁলোকৰ প্ৰভাৱত পৰা লোকসকলক বিপদে আপদে আৰ্থিক আদি সকলো ৰকমে সহায় কৰে। ফলত এই লোকসকল আৰু মিচনাৰী সকলৰ মাজত প্ৰগাঢ় ভ্ৰাতৃত্বৰ ভাব গঢ়ি উঠে। বঙালী লোক সকলেও তেওঁলোক থকা ঠাইৰ ওচৰৰ সকলো লোকৰ মাজত বন্ধুত্ব গঢ়ি তুলিব

র্গানে। চৰকাৰেও এনে সাংস্কৃতিক কেন্দ্ৰ গঠনত সহায় কৰিব পাৰে। এই ঠাইবোৰৰ চৰকাৰী চাকৰীবোৰত অসমীয়া বিষয়া নিযুক্ত কৰিলে এনে সাংস্কৃতিক কেন্দ্ৰ সহজে হৈ উঠে। অসম সাহিত্য সভাই ৫ লাখ টকাৰ ফাণ্ড খুলি অসমীয়া ভাওনা, অসমীয়া নাচ আদি এই কেন্দ্ৰবোৰলৈ নিয়মিত ভাবে পঠিয়াই দিয়াটো উচিত হব। অসম সাহিত্য সভাই আন এটা ৫লাখ টকাৰ ফাণ্ড খুলি এই কেন্দ্ৰবোৰত ৰাষ্ট্ৰভাষা প্ৰচাৰ কমিটিয়ে ৰখা দৰে অসমীয়া ভাষাৰ প্ৰচাৰক কিছুমান এই কেন্দ্ৰবোৰত নিযুক্ত ৰখাটো নিতান্তই যুগুত। আন এটা ৫ লাখ টকাৰ ফাণ্ড খুলি বিশ্ব বিখ্যাত কিতাপ-বোৰৰ অসমীয়ালৈ অনুবাদ কৰি এই কেন্দ্ৰবোৰত বিতৰণ কৰা উচিত হব। ইয়াৰ ফলত অসমীয়া সাহিত্য অলপ সময়ৰ ভিতৰতে চহকী হব। অসমীয়া সাহিত্য চহকী হলে, আপোনা আপুনিই সকলোৰে অসমীয়া সাহিত্যৰ প্ৰতি আকৰ্ষণ বাঢ়িব। অসম সাহিত্য সভাই সকলো কাম এৰি আমাৰ মনেৰে এই তিনটা ফাণ্ড খোলা কামত লিপ্ত থকাটোহে যুক্তিসঙ্গত হব। আমাৰ মনেৰে অসমৰ বৰ্ত্তমান পৰিস্থিতিত এই তিনটা কাৰ্য্যৰ কৃতকাৰ্য্যতাৰ ওপৰতহে অসম সাহিত্য সভাৰ সাৰ্থকতা আছে। এনেদৰে কামত আগবঢ়াৰ পাছত পাহাৰী লোকসকলে অসমীয়া বিশ্ব বিদ্যালয়ৰ শিক্ষাৰ বাহন অসমীয়া কৰিলে একো আপত্তি নকৰিব বুলি আমাৰ বিশ্বাস।

ইতিমধ্যে চৰকাৰে আমি ওপৰত কৈ অহা দৰে অসমীয়া সংস্কৃতিৰ প্ৰাণস্বৰূপ বিশ্ব বিদ্যালয় এটিৰ ভেটি স্থাপনৰো সুচিন্তিত পৰিকল্পনা এটি অতি শীঘ্ৰে হাতত লোৱা উচিত হব। সেই বিশ্ব বিদ্যালয়ত অসমীয়া ভাষা আৰু সাহিত্য, গীত আৰু নাচ, বুৰঞ্জী আৰু প্ৰত্নতত্ব, নৃ বিদ্যা (anthropology) আৰু সমাজ বিদ্যা (sociology) শিক্ষাৰ আৰু গবেষনাৰ বিশেষ ব্যৱস্থা থাকিব

লাগিব। বিজ্ঞান শিক্ষাৰ প্ৰয়োজন যিমানেই নাথাকক অসমীয়া জাতিৰ বৰ্ত্তমান জীৱন মৰণ সময়ত আমাৰ মনেৰে অসমীয়া সাংস্কৃতিৰ প্ৰাণকেন্দ্ৰ, অসমীয়া বিশ্ব বিদ্যালয়ত ওপৰৰ বিষয়বোৰৰ হে ব্যৱস্থা হব লাগিব প্ৰথমতে। আগতে কোৱা হৈছে এই বিশ্ব বিদ্যালয়ৰ শিক্ষাৰ বাহন হব লাগিব অসমীয়া। সেই একে ভাষাই বিশ্ব বিদ্যালয়ৰ ম্যাট্ৰিক পৰীক্ষাত সকলো অনা অসমীয়া লোকৰ কাৰণে হব ক্লাচিকাল বিষয়।

এইদৰে আগবাঢ়িলে বলী অসমীয়া জাতি এটি গঠিত হব বুলি আশা কৰিব পাৰি। যুদ্ধোত্তৰ পৰিকল্পনাত জাতীয় চৰকাৰে অসম সাহিত্য সভাক আৰ্থিক সাহায্য দিবলৈ আৰু বিশ্ব বিদ্যালয়ৰ ভেঁটি স্থাপন কৰিবলৈ অৰ্থৰ সুব্যৱস্থা কৰিবলৈ নাপাহৰিব বুলি আমাৰ আশা। যুদ্ধোত্তৰ পৰিকল্পনা কাৰ্য্যত হাত দিয়াৰ আগতেই যে ছিলেট বাদ যাব লাগে তাক নকলেও সহজে বুজিব। ছিলেট বঙ্গদেশলৈ যাবই লাগিব—এই কথা ধৰি লৈহে অসমৰ সকলো যুদ্ধোত্তৰ পৰিকল্পনা গঠিত হব লাগে।

---

# চমু বুৰঞ্জী

খাদ্যাদিৰ উৎপন্ন বঢ়াই কেনেকৈকনো জগতৰ অগণিত লোকসকলৰ সকলো আৱশ্যক মিটোৱা যায়— এইটোৱেই হৈছে বৰ্ত্তমান যুগত জগতৰ সকলোতকৈ ডাঙৰ সমস্যা। এই সমস্যা সমাধান কৰিব নোৱাৰা বাবেই ইটালীয়ে আক্ৰমণ কৰে আবিচিনীয়া, জাৰ্ম্মানীয়ে ৰাইনল্যাণ্ড, জাপানে চীন। এই একে কাৰণতে ইংলাণ্ডে

বিচাৰে ভাৰতৰ কেচা মাল, ভাৰতে বিচাৰে পৰাধীনতাৰ পৰা মুক্তি, ৰুচীয়াই বিচাৰে পাৰস্যৰ তেল। এই সমস্যা সমাধান নোহোৱালৈকে জগতৰ পৰা যুদ্ধাদি বন্ধ হোৱা অসম্ভৱ। এই সমস্যা সমাধানৰ অৰ্থে বুদ্ধি আৰু যুক্তিৰ ওপৰত ভিত্তি কৰি যি অৰ্থনৈতিক চেষ্টা কৰা যায়, তাকেই মই অৰ্থনৈতিক পৰিকল্পনা বুলি কব খোজো। এই সমস্যা সমাধানৰ অৰ্থে উৎপাদন (Production), উৎখাদন (consumption), মূলধন নিয়োগ (investment), বিভাগ (distribution), বেপাৰ বাণিজ্য আদিৰ মাজত সমন্বয় ৰাখি যি অৰ্থনৈতিক চেষ্টা অভিজ্ঞ লোক সকলৰ দ্বাৰা গণতান্ত্ৰিক চৰকাৰে কৰোৱাই তাকেই জাতীয় অৰ্থনৈতিক পৰিকল্পনা কমিটীয়ে দিয়া (National Planning Committee) সংজ্ঞাও এনেকুৱাই।

আপোনাআপুনি চলা নীতিত (laissez fairic) নীতিত জগতক চলিব দিয়া বাবেই অলপ দিনৰ ভিতৰতে পৃথিৱীত দুখনো মহা সমৰ লাগি গল। বৰ্ত্তমান যুগত এই নীতি যে সম্পূৰ্ণ অনুপযোগী তাক উপলব্ধি কৰি কাৰ্য্যক্ষেত্ৰত প্ৰথম নামে ৰুচ দেশ। ৰুচীয় লোক সকলক আধা নঙঠা আৰু আধা পেটী অৱস্থাৰ পৰা গুচাবৰ বাবে প্ৰথম মহা সমৰৰ ভিতৰতে স্থাপিত হোৱা সাম্যবাদী চৰকাৰে এটি সুচিন্তিত পৰিকল্পনা লোৱাৰ আগন্তুকতা যুদ্ধৰ অলপ দিনৰে পাচতে অনুভৱ কৰে। ৰুচদেশত সেই সময়ত আৰু এটা ডাঙৰ সমস্যা হৈছিল ধনতান্ত্ৰিক দেশ সকলৰ পৰা নিজক ৰক্ষা কৰা। এই দুই সমস্যা সমাধানৰ বাবে ৰুচ চৰকাৰে এটি পৰিকল্পনা বিভাগ খোলে। সেই বিভাগৰ উপদেশ অনুসৰি সকলো শিল্পৰে মূল বস্তু শক্তি তৈয়াৰৰ বাবে গোটেই দেশতে বিদ্যুত জোগোৱাৰ এটা বৃহৎ পৰিকল্পনা লোৱা হয়। ইয়েই বিখ্যাত (Gosplan) গোসপ্লান। তাৰ কেইবছৰমান পাচতেই নতুন অৰ্থনৈতিক পাঁচ বছৰীয়া (N.E.P.) পৰিকল্পনা হয়। এই পৰিকল্পনা অনুসৰি মূল শিল্পবোৰত

(যেনে লোহা, চালকুবিক এচিদ, ইঞ্জিন, সাব আদি) হাত দিয়া হয়। এই প্রথম স্তবপব শিল্পত কচদেশ ইমান ব্যস্ত আছিল যে তাত সেই সময়ত দ্বিতীয় স্তবপব (যেনে কাপোব, খাদ্যদ্রব্য বাচন আদি সদাই লাগতিয়াল বস্তু সম্পর্কীয় নানা শিল্প) শিল্পত অলপো মন দিয়া হোৱা নাছিল। ফলত দেশত খোৱা লোৱা বস্তুব অভাৱত কচদেশত এক ভীষণ আকালে দেখা দিয়ে। কঠোৰতাব ভিতবেদি কচ চবকাবে সেই আকালত উত্তীর্ণ হবলৈ সক্ষম হয়। ইয়াব পাচত কচ দেশে দ্বিতীয় স্তবপব শিল্পবোবব উন্নতিব বাবে আৰু দুটাও পাচ বছৰীয়া পবিকল্পনা হাতত লয়। অলপতে কচদেশে আন এটা পাচ বছৰীয়া পবিকল্পনা হাতত লৈছে। এইবোব পবিকল্পনাব ফলত দোপতদোপে কচ দেশ উন্নতিব বাটত আগবাঢ়ি গৈছে। আনকি ১৯৩০ খৃষ্টাব্দব পাচত পৃথিবী ব্যাপী যি অর্থনৈতিক দুর্যোগ হৈছিল, সেই দুর্যোগতো কচ দেশব একো হাহাকাব লগা নাছিল।

অন্যান্য দেশব কিন্তু এই দুর্যোগব ফলত নানা শিল্পব ধ্বংস হয় আৰু দেশ বেকাব লোক সকলব দ্বাবা ভবি পবে। এই সময়ত যুক্তবাষ্ট্রব ৰুজভেল্টব নেতৃত্বত 'নতুন ব্যৱস্থা' (New Deel)ব আৰম্ভণ হয়। কচ দেশত পবিকল্পনা অর্থত জীৱন যাত্রাব মান বর্ধন বুলি ধবা হৈছিল আৰু তাব বাবে শিক্ষা, খেতিবাতি, শিল্প, চাকৰী আদি সকলোবে সুব্যৱস্থাব বাবে বৃহৎ পবিকল্পনা (All embracing) কবা হৈছিল, যুক্তবাষ্ট্রত কিন্তু পবিকল্পনা অর্থত তেনেকৈ ধবা হোৱা নাছিল। "নতুন ব্যৱস্থা" এটা সাময়িক দুর্যোগব হাত সাবিবব বাবেহে কবা আঁচনি এই আঁচনিত বাস্তা আদি তৈয়াব কবি, টেনাচী নদীব উপত্যকা খেতিব উপযোগী কবি, বেকাব লোকক কর্ম সংস্থানব দিহা কবি দিয়াব ব্যৱস্থা কবা হৈছিল।

আমহাতে যুক্তৰাষ্ট্ৰীয় শিল্পবোৰ ৰক্ষা কৰিবৰ বাবে বিদেশী মালৰ ওপৰত কৰ আদি বহুৱাব লগাত পৰিছিল।

ইংল্যাণ্ডতো এই দুৰ্যোগত নানা সামৰিক ব্যৱস্থা লোৱা হৈছিল। তাতো যুক্তৰাষ্ট্ৰীয় ব্যৱস্থাৰ দৰে আমদানী মালত কৰ বহুৱাইছিল। অৰ্থ নৈতিক সাম্ৰাজ্য সভা কৰি সাম্ৰাজ্য দেশবোৰৰে এটা বেলেগে অৰ্থনৈতিক দল হৈ পৰিছিল। ইংল্যাণ্ডত আৰু ফলত ভাৰতবৰ্ষ আদি আন আন দেশত স্বৰ্ণমান গুচাই দিয়া হৈছিল। আনপিনে "গাখীৰ বেচিকৈ খোৱা," "গাখীৰ কিনা," "গমধান কিনা" আদি নানা অনুষ্ঠান গঠন কৰিব লগাত পৰিছিল।

এই সময়ৰ ভিতৰতে জাৰ্ম্মানীত নাজী পাৰ্টিৰ আৰু ইটালীত ফেচিষ্ট পাৰ্টিৰ অভ্যুদয় হয়। জাপানৰ চৰকাৰৰ ক্ষমতাও এই সময়ৰ ভিতৰতে সৈন্যদলে লৈ লয়, এই দেশ সকলৰ চৰকাৰে যুদ্ধাস্ত্ৰ তৈয়াৰ কৰা কাৰখানা খুলি, অৰ্থনৈতিক স্ব প্ৰধান (self sufficient) হবৰ বাবে কৃত্ৰিম ৰবাৰ আদিৰ ব্যয় বহুল নানা কাৰখানা খুলি, ৰাষ্টা আদি বান্ধি, আৰু ইহুদি সকলৰ অৰ্থ বাজেয়াপ্ত কৰি এই দুৰ্যোগৰ হাত সাৰিবৰ বাবে চেষ্টা কৰিছিল। এই চেষ্টাৰ ফল কিন্তু বিসময় হয়। কিয়নো যুদ্ধাস্ত্ৰৰ কাৰখানা বঢ়াই যোৱা মানে ভবিষ্যত যুদ্ধৰ বীজ ৰোপন কৰা সে তাক সকলেও বুজিব পাৰি। আৰু তাৰে ফলতেই যে দ্বিতীয় মহাসমৰ হয় তাকো সকলোৱে জানে।

প্ৰথম মহাসমৰৰ ভিতৰতে ভাৰতত লোহা আদি শিল্পৰ উন্নতি হয়। এই সময়ৰ ভিতৰতে ভাৰতৰ অৰ্থনৈতিক অৱস্থা ভাল কৰাৰ কথা অৰ্থ নৈতিক সকলে ভাবিবলৈ ধৰে। চাৰ বিশ্বেশ্বৰে দুখনো এই সম্পৰ্কে কিতাপ লিখে। ১৯১৯ খৃষ্টাব্দত "ভাৰতৰ পুনৰ গঠন" আৰু ১৯৩৪ খৃষ্টাব্দত "ভাৰতৰ পৰিকল্পিত অৰ্থনৈতিক অৱস্থা' বুলি দুখন কিতাপ লিখি ভাৰতৰ অৰ্থনৈতিক

সকলৰ মাজত এটা আলোড়ন আনে। সেই বছৰমান পাচত ১৯৩৮ চনত কংগ্ৰেছৰ নেতৃত্বত জাতীয় পৰিকল্পনা কমিটি এটাও গঠিত হয়। সেই কমিটিয়ে কুটীৰ শিল্প আৰু বৃহৎ শিল্প (large scale industry) দুয়োটাৰে ওপৰত সমান জোৰ দি দহ বছৰৰ ভিতৰতে ভাৰতৰ উৎপন্ন দ্ৰব্য দুগুণ কৰিবৰ অৰ্থে এটা আঁচনিৰ যো যা কৰে। কংগ্ৰেছে ইমানদিন কুটীৰ শিল্পত জোৰ দি আছিল। কংগ্ৰেছে এই প্ৰথম অন্য অন্য বৃহৎ শিল্পৰ ওপৰত জোৰ দিয়াৰ আৱশ্যকতা স্বীকাৰ কৰে। কংগ্ৰেছ মূল শিল্প (Key and defence industry), ৰেল, ডাক, একচেটীয়া শিল্প (monopoly) বোৰ জাতীয় কৰণৰ পক্ষপাতী।

জাতীয় পৰিকল্পনাৰ কাৰ্য্যকলাপৰ ফলত অৰ্থনৈতিক উন্নতিৰ হকে দেশত এটা প্ৰবল জনমত গঢ় উঠে। কিন্তু বিজাতীয় চৰকাৰে দেশৰ উন্নতিৰ কাৰণে বিশেষ চেষ্টা কৰা দেখা নগল। ইতিমধ্যে দ্বিতীয় মহাসমৰ লাগে। ফলত বহুত লোকক যুদ্ধলৈ পঠোৱা হল। এই লোকসকলৰ কাৰণে কৰ্ম্মৰ ব্যৱস্থা কৰিব নোৱাৰিলে যুদ্ধৰ পাচত যে দেশত বিক্ষোভ দেখা দিব চৰকাৰে বুজিবলৈ আৰম্ভ কৰিলে আৰু যুদ্ধ ফিৰত এই লোকসকলৰ কৰ্ম্ম ব্যৱস্থাৰ কাৰণে চৰকাৰে পৰিকল্পনা গঠন কৰাত লাগি গল। এই উদ্দেশ্যে বেলেগে কেন্দ্ৰীয় আৰু প্ৰাদেশিক বিভাগ গুলি পাচ বছৰীয়া, পোন্ধৰ বছৰীয়া আদি কম সময় (short term) আৰু বেচি সময়ৰ (long term) নানা পৰিকল্পনাৰ আচনি হবলৈ ধৰিলে। এই আঁচনিবোৰ বিভাগীয় কৰ্ত্তা (Departmental heads) সকলৰ ৰিপোৰ্টৰ চমুকৰণ যেন হে লাগে। ফলত এই পৰিকল্পনাবোৰ সম্পূৰ্ণ পৰিকল্পনা (All embracing) যেন নালাগে। আন হাতে বেলেগ বেলেগ আঁচনিবোৰৰ মাজতো ওচৰ সম্বন্ধ দেখা নাযায়।

অসমৰ আধুনিকতম পৰিকল্পনা অনুসৰি প্ৰথম পাঁচ বছৰৰ কাৰণে ৪২ কোটি টকা ব্যয়ৰ বন্দোবস্ত কৰা হৈছে। কৃষি বিভাগত ২ কোটিৰ ওপৰ, পশু চিকিৎসাত ৩০ লাখৰ ওপৰ, বন বিভাগত ৫০ লাখৰ ওপৰ, যান বাহনত ৫ কোটিৰ ওপৰ, জনস্বাস্থ্য ৩৪৫ লাখৰ ওপৰ, চিকিৎসাত ১ কোটিৰ ওপৰ, শিল্পোন্নয়নত ৮ কোটিৰ ওপৰ, সমবায়ত ২ কোটিৰ ওপৰ, শিক্ষাৰ ৫ কোটিৰ ওপৰ, গ্ৰামোন্নয়নত ১ কোটিৰ ওপৰ, পানী সৰবৰাহ আৰু পানী নিষ্কাশনত ৫ কোটিৰ ওপৰ, গৃহাদি নিৰ্ম্মাণত ১ কোটিৰ ওপৰ, জলজ বিদ্যুতত ৫ কোটিৰ ওপৰ, মাছ বৃদ্ধিৰ বাবত ৫০ লাখৰ ওপৰ, মথাউৰি বন্ধাত ১ কোটিৰ ওপৰ টকা ধৰা হৈছে। এই পৰিকল্পনা অনুসৰি কিছুমান শিল্প চৰকাৰৰ দ্বাৰা সম্পূৰ্ণ চালিত হব।

চৰকাৰী পৰিকল্পনাবোৰৰ আঁচনি হৈ থাকোতেই বা তাৰো কিছু আগৰে পৰাই কিছুমান বে চৰকাৰী পৰিকল্পনাও গঠিত হবলৈ ধৰিলে। এই বেচৰকাৰী পৰিকল্পনাবোৰে জাতীয় কেন্দ্ৰীয় চৰকাৰ স্থাপন হোৱা কথাটো ধৰি লৈ গঠিত কৰা হৈছে। এই পৰিকল্পনাসকলৰ কৰ্ত্তাসকলৰ মতে কোনো পৰিকল্পনাই জাতীয় চৰকাৰ বিহীন কাৰ্য্যকৰী হব নোৱাৰে। এই বেচৰকাৰী পৰিকল্পনাবোৰৰ ভিতৰত বোম্বে পৰিকল্পনা, গণ-পৰিকল্পনা (people's plan), আৰু গান্ধী পৰিকল্পনাই প্ৰধান।

বোম্বে পৰিকল্পাত ভাৰতৰ কাৰণে সম্পূৰ্ণ পৰিকল্পনাৰ আঁচনি এটা প্ৰথম দিয়া হয়। ইয়াৰ কৰ্ত্তা হৈছে টাটা, বিৰলা, ডালাল আদি ভাৰতীয় শিল্প ধুৰন্ধৰ। ই পোন্ধৰ বছৰীয়া পৰিকল্পনা। প্ৰত্যেক ব্যক্তিৰ বাবে অন্ততঃ পক্ষে কিমান খাদ্য, কিমান বাসস্থান, কিমান কাপোৰ, কিমান শিক্ষা, কিমান চিকিৎসা আদিৰ দৰ্কাৰ তাৰ হিচাব কৰি দেশৰ খাদ্যাদি অন্ততঃ কিমান বঢ়াব লাগে তাৰ এটা পৰিমান দিয়া হৈছে। এই অৰ্থে পোন্ধৰ বছৰৰ ভিত-

ৰত অৱীপ কৰিবলৈ, শিল্প বঢ়াবলৈ, খাদ্যাদি উৎপন্ন বস্তু বঢ়াবলৈ দহ হাজাৰ কোটি টকাৰ দৰ্কাৰ হব। দ্বিতীয় মহাসমৰৰ ভিতৰত হোৱা বঙ্গদেশৰ আকালৰ পৰোক্ষ (indirect) ফল স্বৰূপে, আৰু যুদ্ধৰ ৰচদ আদি যোগোৱা কাৰ্য্যৰ প্ৰত্যক্ষ (direct) ফল স্বৰূপে ইংল্যাণ্ডত জমা হোৱা ষ্টাৰ্লিঙেৰে, বিদেশত ধাৰ কৰা টকাৰে, দেশত জমা থকা সোণ আৰু ধনেৰে, আৰু অৱশেষত বেঙ্ক আদিৰ কৃত্ৰিম ধনেৰে (created money) এই দহ হাজাৰ কোটী টকাৰ ব্যৱস্থা কৰিব পৰা যাব। এই পৰিকল্পনাৰ প্ৰথম ডোখৰ কালত জোৰ দিয়া যাব মূল শিল্প স্থাপনত। কিন্তু ৰুছ দেশত হোৱা অভিজ্ঞতা অনুসৰি মূল শিল্প স্থাপনৰ লগে লগে দ্বিতীয় তৰপৰ শিল্পও কিছু পৰিমানে স্থাপিত হব। এনে কৰিলে প্ৰথম মহা-সমৰৰ পাচত ৰুচদেশত হোৱা ধৰণৰ আকালৰ কৰাল গ্ৰাসৰপৰা হাত সাৰিব পাৰা যাব। এই পৰিকল্পনাত খেতিত বোচ জোৰ দিয়া হোৱা নাই। এই পৰিকল্পনা অনুসৰি ভাৰতৰ জাতীয় আয় পোন্ধৰ বছৰ পাচত তিনি গুণ বাঢ়িব। এই পৰিকল্পনাৰ কৰ্ত্তা-সকলৰ শিল্পাদি জাতীয় চৰকাৰৰ শাসনত ৰখাৰ পক্ষপাতি। কিন্তু তেওঁলোকে সেইবোৰ জাতীয় কৰাৰ দৰ্কাৰ নাই বুলি ভাবে। তেওঁলোকৰ মতে জাতীয় শাসন (control) হলেই যথেষ্ট। জাতীয় চালনৰ (management)পৰা কলকাৰখানা চলোৱাত বেমেজালি লাগিব বুলি তেওঁলোকে সন্দেহ কৰে। কোনো কোনো শিল্প অৱশ্যে সম্পূৰ্ণ জাতীয় (nationalised) কৰাৰ দৰ্কাৰ হব পাৰে বুলি তেওঁলোকেও কৈছে। এই পৰিকল্পনাকে ভিত্তি কৰি চাৰ বিশ্বেশ্বৰে এটা পাচ বছৰীয়া পৰিকল্পনা গঠিত কৰিছে।

গণ পৰিকল্পনাত খেতিত বেচি জোৰ দিয়া হৈছে। এই পৰিকল্পনাৰ কৰ্ত্তাৰ মতে ভাৰত কৃষি প্ৰধান দেশ আৰু সেয়ে এই পৰিকল্পনাত সমবায় ফাৰ্ম্ম, ট্ৰেক্টৰ ব্ৰিগেড আদিৰ কথা কোৱা

হৈছে। এই পৰিকল্পনাই জনমতৰ ওপৰত এতিয়াও প্ৰভাৱ বিস্তাৰ কৰিব পৰা নাই।

এচ এন, আগৰৱালাৰ গান্ধী পৰিকল্পনাত খেতি-বাতিত জোৰ দিয়াৰ উপৰিও. কুটীৰ শিল্পত জোৰ দিয়া হৈছে। গান্ধীৰ মতে জুলুমবিহীন অহিংস সমাজ ব্যৱস্থাত কল কাৰখানাৰ স্থান নাই। ইপিনে সমাজ অহিংস নীতি আৰু প্ৰেমৰ ওপৰত স্থাপিত হলেহে পৃথিবীত শান্তিৰ প্ৰতিষ্ঠা হব পাৰে। সেই বুলি বিদ্যুত আদিৰ বৃহৎ শিল্পকো এই পৰিকল্পনাত একেবাৰে আওকান কৰা হোৱা হোৱা নাই। এই মূলশিল্পবোৰ হব লাগিলে গান্ধীজিৰ মতে এইবোৰ জাতীয় হোৱা উচিত। এই পৰিকল্পনাতো জাতীয় শাসন আৰু জাতীয় চালনৰ মাজত এটা পাৰ্থক্য দেখুৱা হৈছে। এই পৰিকল্পনা কাৰ্য্যকৰী কৰিবলৈ হলে তিনি হেজাৰ সাত শ কোটী টকাৰ দৰ্কাৰ হব। এই অৰ্থ বোম্বে পৰিকল্পনাত দিয়া ব্যৱস্থাৰে সংগ্ৰহ কৰিব পৰা যাব।

ওপৰৰ অৰ্থনৈতিক পৰিকল্পাবোৰ প্ৰকাশ হোৱা সময়ৰ ভিতৰতে এই বোৰৰ লগত সংশ্লিষ্ট শিক্ষাবিষয়ক চাৰ্জেণ্ট আঁচনি আৰু স্বাস্থ্যবিষয়ক ভোৰ কমিটিৰ ৰিপোৰ্ট কেন্দ্ৰীয় চৰকাৰে প্ৰকাশ কৰিছে। ভোৰ কমিটিৰ ৰিপোৰ্টত ভাৰতত য চিকিৎসাৰ ব্যৱস্থা কিমান দুঃখ লগা তাক কোৱা হৈছে। এই দুঃখ লগা ব্যৱস্থা গুচাবলৈ হলে প্ৰত্যেক হাজাৰ লোকৰ বাবে একোজন ডাক্তৰ ঠায়ে ঠায়ে আস্পাতাল. মাতৃসদন আদিৰ ব্যৱস্থাৰ বাবে আমাক কিমান অৰ্থাদিৰ প্ৰয়োজন তাকো দেখুৱা হৈছে।

চাৰ্জেণ্টৰ আঁচনিত নাৰ্চাৰী খাপৰে পৰা বিশ্ববিদ্যালয়লৈকে শিক্ষাৰ কেনে ব্যৱস্থা হোৱা দৰ্কাৰ তাক দেখুৱা হৈছে। এই ব্যৱস্থামতে ছবছৰৰ পৰা চ'ধ বছৰলৈকে শিক্ষা বাধ্যতামূলক আৰু মাচুল বিহীন (Free) হোৱ উচিত। এই শিক্ষাৰ উদ্দেশ্য কিতাপ পঢ়িব পাৰা (Literacy) আৰু সমাজ ব্যৱস্থাত খাপ খাব পাৰা নাগৰি-

কৰ সৃষ্টি (citizenship)। এই মতে শিক্ষা হবলৈ হলে বৰ্ত্তমান আমাৰ স্কুলবোৰত যি শিক্ষা চলি আছে প্ৰায় তেনে শিক্ষাই চলিব। শিক্ষা বিষয়ৰ আমুল পৰিবৰ্ত্তন বিচৰা হোৱা নাই।

মহাত্মা গান্ধীৰ বনিয়াদি শিক্ষাৰ লগত এই খিনিতে ইয়াৰ অমিল। মহত্মাগান্ধীৰ মতেও শিক্ষা চ'ধ বছৰলৈকে বাধ্যতামূলক আৰু মাচুলবিহীন হোৱা উচিত। শিক্ষাৰ উদ্দেশ্য প্ৰত্যেক ব্যক্তিকে কাৰ্য্যক্ষম কৰি তুলা। এই শিক্ষা মাতৃ ভাষাৰ যোগেদিহে হবই লাগিব, আনহাতে এই শিক্ষাৰ মূল বিষয় (central subject) হব কোনো কুটীৰ শিল্প বা খেতি। বৰ্ত্তমান প্ৰথা মতে হাতৰ কামৰ যি শিক্ষা দিয়া হয়, এই মূল বিষয়ৰ শিক্ষা (Basic craft) তেনে নহব। এই মূল বিষযকে কেন্দ্ৰ কৰি অন্যবোৰ বিষয় "প্ৰোজেক্ট মেথদ"ত শিকোৱাদৰে শিকোৱা হব। এই কথাটো অসমৰ ভূত পূৰ্ব্ব ডাইৰেক্টৰ স্মল চাহাবে বুজিব নোৱাৰা বাবেই তেখেতে কৈছিল যে বনিয়াদি শিক্ষা অসমৰ বৰ্ত্তমান স্কুলবোৰত আছেই বুলি।

ভাৰতৰ দুখীয়া অৱস্থালৈ মন কৰি মহাত্মাৰ শিক্ষা পৰিকল্পনাত স্কুলবোৰক স্বাবলম্বন (Self Sufficent) কৰাৰ কথা আছে। ইযাক নীতি হিচাবে মানি স্কুলবোৰ শিশু বস্তুৰাৰ ফেক্টৰী হোৱাৰ সম্ভৱনা নিচেই নোহোৱা নহয়। স্কুলৰ শিক্ষকবোৰে নিজস্বাৰ্থৰ বাবে তেনে কৰাটো সম্ভৱ। তেনেহলে হলে শিক্ষাৰ আচল উদ্দেশ্য সিদ্ধ নহব। কিন্তু এই নীতিকে বনিযাদি শিক্ষাৰ মূল-নীতি হিচাবে মানি লোৱাৰ একো কাৰণ নাই। এইদৰে স্বাবলম্বন (Self Sufficent)নীতিটোৰ বিষয ভাবি চলে বনিযাদি শিক্ষা আমাৰ মতে সম্পূৰ্ণ বিজ্ঞানসন্মত।

চ'ধ বছৰলৈকে বনিয়াদি শিক্ষাৰ আচনি আৰু চাৰ্জেণ্টৰ আঁচনি মতে প্ৰাথমিক শিক্ষা হব। চাৰ্জেণ্টৰ আঁচনিত এই স্কুলবোৰৰ দুটা বিভাগ থাকিব প্ৰাথমিক আৰু উচ্চ। এই স্কুলবোৰত

পচা শতকৰা বিশ জনে মাধ্যমিক শিক্ষা পাব। বনিয়াদি শিক্ষাৰ আঁচনিত মাধ্যমিক বা উচ্চ শিক্ষাৰ কথা কোৱা হোৱা নাই। চাৰ্জেণ্টৰ আঁচনিমতে মাধ্যমিক শিক্ষা সোতৰ বছৰলৈকে হব। এই শিক্ষাৰ উদ্দেশ্য বৰ্ত্তমান হাই স্কুলবোৰত চলিত শিক্ষাৰ দৰে নহব। বৰ্ত্তমান চলিত মাধ্যমিক শিক্ষাৰ একমাত্ৰ উদ্দেশ্য ছাত্ৰছাত্ৰীক বিশ্ববিদ্যালয়ৰ কাৰণে উপযোগী কৰি অনা। চাৰ্জেণ্টৰ আঁচনিত টেকনিকেল স্কুল আদিৰ ব্যৱস্থা থকা বাবে বহুত লৰা ছোৱালীৰ কাৰণে মাধ্যমিক খাপৰ পাচত অন্য কোনো শিক্ষাৰ দৰ্কাৰ নহব। সেই সকলৰ কাৰণে এই শিক্ষাৰ উদ্দেশ্য এই খাপৰে সম্পূৰ্ণ হব। তথাপিও আমাৰ মনেৰে এই খাপৰ বাবে চাৰ্জেণ্টৰ আঁচনিত দিয়া শিক্ষা ব্যৱস্থা নিখুত নহয়। এই ব্যৱস্থা যেন বহুত পৰিমানে ইংল্যাণ্ডক নকল কৰি কৰা হৈছে।

উচ্চ শিক্ষাৰ বাবে মাধ্যমিক শিক্ষাপ্ৰাপ্ত ছাত্ৰ ছাত্ৰীৰ শতকৰা ৭ জনহে বিশ্ববিদ্যালয়লৈ যাব। ডিগ্ৰী কোৰ্চ তিনি বছৰীয়া হব। ইণ্টাৰমি ডয়েট কোৰ্চ নাথাকিব।

এইবোৰৰ উপৰিও নাৰ্চাৰী স্কুল, বোবা কণাৰ বাবে বিশেষ স্কুল, স্কুলৰ লৰাছোৱালীৰ নিয়মিত স্বাস্থ্যৰক্ষা, চাকৰি বিচৰা বিভাগ (Employment bureau), ট্ৰেইনিং স্কুল, জনশিক্ষা আদিৰ নানা ব্যৱস্থা ইয়াত দিয় হৈছে। শিক্ষক সকলৰ দৰমহা নবঢ়ালে যে শিক্ষাৰ উন্নতি নহয় তাকো কোৱা হৈছে। জাতি গঠন বিভাগীয় লোক সকলৰ (যেনে সুস্থদেহ গঠন কৰ্ত্তা ডাক্তৰ, সুস্থমন গঠন কৰ্ত্তা শিক্ষক, সুস্থ নৈতিকতা গঠনকৰ্ত্তা বিচাৰক) দৰমহা যে একে আক সৰ্ব্বোত্তম ব্যক্ত পাবলৈ হলে এই লোকসকলৰ দৰমহাও যে সমাজত সৰ্ব্বোত্তম হোৱা উচিত তাক আমি জানো। অথচ পাঠশালাৰ শিক্ষক এজনক আমি দিওঁ ১৩৲, হাইস্কুলৰ শিক্ষকক ৭৫৲, হেড মাষ্টৰক ১৫০৲। আনহাতে চাব ৰেজিষ্টাৰ এজনক আমি

দিওঁ ৭৫৲, এচ,ডি,চি এজনক ১২৫৲, ই,এ,চি এজনক ১৭৫৲। নীতিৰ পিনৰপৰা চাবলৈ গলে পাঠশালাৰ শিক্ষক এজনে চাবৰেজিষ্টাৰৰ দৰমহা, হাইস্কুলৰ সাধাৰণ শিক্ষকে এচ, ডি, চিৰ দৰমহা, আৰু হেডমাষ্টৰে ই, এ, চি দৰমহা পোৱা উচিত। এনে দৰমহা নিদিলে আমাৰ মতেৰে উন্নত শিক্ষা দিয়া সম্ভৱপৰ নহয়। ইংল্যাণ্ডত এই নীতিকে অনুকৰণ কৰে। চাৰ্জেণ্টৰ আঁচনিত অৱশ্যে আজিতেই এনেদৰে দৰমহা দিব কোৱা হোৱা নাই। তথাপিও তাত শিক্ষকক আজিতেই অন্ততঃ কলৰ হাড়ত দৰমহা দিব লাগে বুলি কৈছে।

প্ৰাথমিক পাঠশালাৰ স্কুলৰ শিক্ষক

গাওঁ—৩০ – ১ – ৩৫ – ৩ – ৫০ + ১০% ঘৰভাৰা + ৬$\frac{১}{৪}$%
প্ৰভিডেণ্ট ফাণ্ড।

নগৰ—৪৫ – ১$\frac{১}{২}$ – ৫২$\frac{১}{২}$ – ৪$\frac{১}{২}$ – ৭৫৲ + ১০% ঘৰ ভাৰা ৬$\frac{১}{৪}$
প্ৰভিডেণ্ট ফাণ্ড।

উচ্চ পাঠশালা—

গাওঁ – ৪০৲—২ – ৮০৲ + ১০%ঘৰ ভাৰা + ৬$\frac{১}{৪}$% প্ৰভিডেণ্ট ফাণ্ড।

নগৰ – ৬০ – ৩ – ১২০৲ + ১০% ঘৰভাৰা + ৬$\frac{১}{৪}$ প্ৰভিডেণ্ট ফাণ্ড।

হাইস্কুল গ্ৰেজুৱেট

গাওঁ – ৭০ – ৫৲ – ১৫০৲ + ৬$\frac{১}{৪}$% প্ৰভিডেণ্ট + ১০% ঘৰভাৰা।

নগৰ ( অসমৰ চৰকাৰী হাইস্কুলবোৰ এই শ্ৰেণীৰ ভিতৰত পৰে )
– ১০৫৲ – ৭$\frac{১}{২}$ – ২২৫ + ৬$\frac{১}{৪}$প্ৰভিডেণ্ট + ১০% ঘৰ ভাৰা

এই আঁচনি মতে শিক্ষক সকলে তেওঁলোকৰ উৰ্দ্ধতম (Maximum) দৰমহা ১৬ বছৰৰ ভিতৰতে পায়।

ওপৰত দিয়া দৰে আচনি কাৰ্য্যকৰী কৰিবলৈ হলে সমগ্ৰ ভাৰতৰ বাবে ৩১৩˙ কোটী টকা আৰু অসমৰ কাৰণে ৮॥ কোটী টকা বছৰি লাগিব। অসমৰ কাৰণে প্ৰাথমিক শিক্ষাৰ বাবেই বছৰি ৩ কোটী টকা (অসমৰ প্ৰাদেশিক আয়ৰ প্ৰায় সকলো খিনি) লাগিব। এই ব্যয় বহুল আচনি সম্পূৰ্ণৰূপে কাৰ্য্যকৰী হওতে ৪০ বছৰ লাগিব।

চাৰ্জেণ্টৰ আৰ্চনি ভাৰতৰ শিক্ষা বিষয়ত এক যুগান্তৰকাৰী আৰ্চনি। ইয়াত বহুত আসোঁৱাহ আছে সচাঁ—ই ব্যয় বহুল, ই বৰ দীঘলীয়া সময় সাপেক্ষ, ই ইল্যাণ্ডৰ শিক্ষা ব্যৱস্থা অনুকৰণত। তথাপিও এই আচনিই জাতীয় শিক্ষাৰ (National System of education) একমাত্ৰ আচনি। এই পিনৰ পৰা এই আচনিৰ মূল্য বহুত। ইয়াকে ভিত্তি কৰি আমি কম সময় সাপেক্ষ আৰু কম খৰচীয়া আচনি তৈয়াৰ কৰিব পাৰো। আগলতে অসমৰ চৰকাৰে খুৰাদেৱ ৺শৰৎচন্দ্ৰ গোস্বামী, ভূতপূৰ্ব্ব ডাইৰেক্তৰ ৰায়, আৰু প্ৰফেচৰ চলোমনৰ হতুৱাই প্ৰাথমিক শিক্ষাৰ কাৰণে এখন আচনি কৰাইছিলো। এই আচনি মতে মাত্ৰ এক কোটীহে টকা লাগিলহেঁতেন। অসমৰ প্ৰত্যেক পাউণ্ড চাহতে এপয়ছাকৈ কৰ বহুৱালেই এই ধন যে সংগ্ৰহ কৰিব পাৰা যাব তাকো এই আচনিতেই দেখুৱা হৈছিল। অৱশ্যে এই আচনিতো দোষ আছে। এই আচনিত বনিয়াদি শিক্ষাৰ ব্যৱস্থা নাই। কিন্তু সেই ব্যৱস্থা কৰাত বিশেষ অসুবিধা নহব। এইবোৰ কাৰ্য্যকৰী কৰিবলৈ আমাক লাগে ইচ্ছা। বৰ দুঃখৰ কথা দেশত তেনে ইচ্ছাৰ অভাৱ। ৰয়েল কমিচন, এগ্ৰিকালচাৰ কমিচন চ্যাদলাৰ কমিচন আদি কিমান কমিচন যে ভাৰতৰ কৃষি, শিল্প. শিক্ষা আদি বিষয়ক উপদেশ দিছে, তাৰ আদি অন্ত নাই। কিন্তু সেইবোৰ কাৰ্য্যকৰী এতিয়াও হোৱা নাই। ইমান দিন আমি

কৈ আহিছিলো যি জাতীয় চৰকাৰৰ বাবে সেইবোৰ কাৰ্য্যকৰী হোৱা নাই। কিন্তু বৰ্ত্তমান সময়ত আমি তেনে কলে আৰু নহব। জনপ্ৰিয় মন্ত্ৰীমণ্ডলীয়ে দেশৰ উপকাৰৰ অৰ্থে দেহেকেহে লাগিবলৈ কুণ্ঠাবোধ নকৰিব—এয়ে আমাৰ আশা।

———

---

গুৱাহাটী পায়নিয়াৰ প্ৰিন্টিং ৱৰ্কছত মুদ্ৰিত।